# লগ্ন

ড° প্ৰবীণ চন্দ্ৰ শৰ্ম্মা




পৰিবেশকঃ—

গোহাটী বুক ডিপো
পাণ বজাৰ,
গুৱাহাটী—৭৮১০০১

বীণা লাইব্ৰেৰী
কলেজ হোষ্টেল ৰোড,
পাণ বজাৰ,
গুৱাহাটী—৭৮১০০১

প্ৰকাশিকা
শ্ৰীমতী গীতা শৰ্ম্মা
বিদ্যাপীঠ নগৰ
গুৱাহাটী – ১৬

প্ৰথম প্ৰকাশ — এক বহাগ, ১৩৯২

বেটু পাত –
শ্ৰীবিমল কুমাৰ সাহা ।

মূল্য — পোন্ধৰ টকা মাথোন ।

মুদ্ৰাকৰ –
শচী পেপাৰ হাউচ্‌ৰ হৈ
শ্ৰীস্বপন নাথ,
বৰ বজাৰ, গুৱাহাটী—১২

## —ঃ উৎসর্গ ঃ—

স্বৰ্গতো অধিক মোৰ চিৰ পূজ্য মাতৃৰ কৰকমলত এই ক্ষুদ্ৰ পুথিখনি অৰ্পণ কৰিলো।

লিখক

# পাতনি

অব্যক্ত বেদনাৰাশি প্ৰকাশ কৰিবৰ বাবে সময়ে সময়ে মোৰ জন্ম দাতৃ মাতৃক ভাষাই নাটিছিল। আশৈশৱ বুকুত বান্ধি, আইৰ মুখৰ ভাত আমাৰ মুখত দি ডাঙৰ দীঘল কৰোঁতে বেদনা বিধুৰ অন্তৰখনে হাহাকাৰ কৰি কান্দিছিল। আইৰ চকুপানীবোৰ কেতিয়াবা নদী হৈ বৈ গৈছিল। অস্ফুট ভাষাৰে পৰম করুনাময়ৰ ওচৰত প্ৰাৰ্থনা কৰিছিল আমি যেন পৰম পিতাৰ দয়াৰ পৰা বঞ্চিত নহও ।

মাতৃৰ চৰন চুমি জীৱনৰ খলা বখা বাটবোৰ অতিক্ৰম কৰোঁতে নানা প্ৰকাৰৰ অভিজ্ঞতাই মনৰ গভীৰত খুপ খাইছিল। মাজে সময়ে আয়ে আলোচনা কৰি থকা কথাবোৰে মনত ৰেখাপাত কৰিছিল। "কুসংস্কাৰ আৰু অন্ধবিশ্বাসে মানুহৰ মনবোৰ অস্থিৰ কৰে আৰু তাৰে ওপৰত মিছা মূল্যায়ন কৰি জীৱনত দুখৰ উপৰি দুখকে ভুঞ্জে। ভগৱানৰ কৃপালাভ কৰি, সংযত জীৱন যাপন আৰু ন্যায্য পথ অবলম্বন কৰিব পাৰিলে মানুহে সুখ শান্তি লাভ কৰিব পাৰে।" এই কথাখিনিয়ে পৰিণত বয়সত বাস্তৱ পৃথিৱীখন অধ্যয়ন কৰিবলৈ সুযোগ দিছিল। সেই সুযোগ অনুসন্ধান কৰোঁতে মোৰ চকুৰ আগত ভাহি উঠিল মায়াৰে আবৰা অন্ধসংস্কাৰৰ এখন ইন্দ্ৰজাল আৰু এই জালত বন্দী হৈ ধৰফৰ কৰি থকা অপৰাজিতাজনী। তেওঁ এই উপন্যাসৰ নায়িকা।

অপৰাজিতা আৰু আন সকলো চৰিত্ৰ কাল্পনিক কিন্তু অবাস্তৱ নহয়। অন্ধসংস্কাৰৰ সামান্যকন প্ৰতিকাৰৰ আশাত ইয়াকে উপন্যাস হিচাবে শ্ৰদ্ধাভাজন পঢ়ুৱৈ সমাজৰ হাতত তুলি দিলো। লিখকৰ এয়া প্ৰথম প্ৰয়াস। সহৃদয় পাঠকে অকনমান আনন্দ পালেও লিখকৰ শ্ৰম সফল হোৱা বুলি বিবেচনা কৰিম।

হাতেলিখা অৱস্থাতে কেইবাজনো সৎবন্ধুৱে পটি প্ৰকাশ কৰাৰ কাৰনে অনুপ্ৰেৰনা যোগাইছিল। তেওঁলোক আটাইৰে ওচৰত লিখক কৃতজ্ঞ ।

প্ৰণেতা

# এক

ইমান ছুবছৰকৈ মিলি গৈছে। শুক্লা প্ৰতিপদৰ ৰাতি ত্ৰিপহৰৰ পাছতেই হব যেন অনুমান কৰিছোঁ। যাজ্ঞবল্কৰ কাহিনী এটা বিছনাত শুই শুই পঢ়ি থাকোতেই মোৰ টোপনি আহিল। লাইটটো অফ কৰা কিন্তু মোৰ মনত নাই। এওঁ কিবা এটা লিখি থকা মই দেখিছিলো। ময়নাই লেপখন ভৰিলৈকে ঠেলি দিছিল। কপালৰ আগৰ কেকোৰা চুলিখিনি তাইৰ গালত পৰি এটা প্ৰশ্নবোধক চিন হৈছিল। ভণ্টিৰ গাতো কাপোৰখন মাত্ৰ ককালমানলৈহে আছিল। তাইৰ হাত দুখন যোৰ হৈ থকা মোৰ চকুত পৰিছিল। সীমা মোৰ লগত নাথাকে। দেউতাকে তাইক অলপ বেছি মৰম কৰে। ময়না শোৱা ঠাইখিনিত কেইখনমান কাপোৰ অতিৰিক্তকৈ আবেলিতে সজাই থব লাগে। বিশেষকৈ জাৰৰ দিনত। দেউতাকে হোমিও-প্যাথিক দৰব মাজে সময়ে খুৱাই পৰীক্ষা কৰি চাইছে। বিশেষ কামদিয়া যেন মোৰ হলে লগা নাই। দিনটোৰ কামৰ পাছত মোৰ আৰু অৱশ লাগি আছে। কেতিয়াবা মই শোৱাৰ আগে আগে ময়নাক তুলি আনি অলপ চি চি কৰাই দিলে কিন্তু ভাল ফল পাওঁ। সদায় কৰিবলৈ মোৰ বৰ আমনি লাগে। দেউতাক কিন্তু নিৰ্ব্বিকাৰ। মতা মানুহবোৰে তিৰোতাৰ মনৰ বেদনা অনুভৱ কৰিবলৈ মুঠেই যত্ন নকৰে। ময়না যদি সোনমণি হ'লহেতেন মোৰ হৃদয়ত নতুন প্ৰেৰণাই ঠাই পালেহেতেন। একে কামবোৰ কৰি কৰি মই এক প্ৰকাৰ ভাগৰি পৰিছোঁ।

হঠাতে মোৰ মনটো আনন্দত ভৰি পৰিল। ভগৱানে মোৰ কামনা পূৰ্ণ কৰিছে। ভগৱানক তৃপ্ত কৰিবলৈ মই সত্যনাৰায়ণক পূজা কৰি প্ৰাৰ্থনা কৰো। মই যেন ভগৱানক সাক্ষাৎ কৰো। নাৰায়ণে দুৰ্গতিৰ দুঃখ বিনাশ কৰে। মোৰো ধৈৰ্য্য ধৰাৰ দৰকাৰ। মোৰ ভক্তি

অথলে যাব নোৱাৰে। মোৰ প্ৰাৰ্থনাত স্বয়ং নাৰায়ণ উপস্থিত হৈছে। কি সুন্দৰ মূৰ্ত্তি। শুভ্ৰবস্ত্ৰ পৰিধৃত। কপালত এটা ৰঙা তিলক। ৰক্তচন্দনৰ যেন অনুমান হয়। ইমান গোলকৈ মৰা আছে। গাৰ বং ইমান উজ্জ্বল। মানুহৰ শৰীৰ ইমান নিখুঁতভাবে সুন্দৰ হোৱা মোৰ চকুত নপৰে। হীৰক, কিশোৰ, অৰিনাশহঁতো খুব সুন্দৰ পুৰুষ, কিন্তু নাৰায়ণৰ তুলনাত কিমান ম্লান। স্বয়ং নাৰায়ণ আহিছে। উঃ মই কিমান ভাগ্যৱতী। মোৰ সৰ্ব্বশৰীৰ ৰোমাঞ্চিত হৈছে। কি ধৰণে সম্ভাষণ জনাম মই বুজি পোৱা নাই। মই স্থিৰ হৈ নিষ্পলকভাবে নাৰায়ণক অবলোকন কৰিছোঁ। আনন্দত মই অধীৰ হৈছো। মুখেৰে কিন্তু মই একো প্ৰকাশ কৰিব পৰা নাই। মোক বা কি ধৰণে লৈছে। মই ঈষৎ মৃদু ভাবে হাঁহিবলৈ যত্ন কৰিছোঁ। নাৰায়ণে বোধহয় মোৰ চকুৰ ভাষা বুজি পাইছে। নাৰায়ণৰ আজানু-লম্বিত মহাবাহু মোৰ মূৰৰ ওপৰত স্থাপন কৰিছে। চকুদুটা লাহেকৈ মুদি দিছে। তাৰ পাছত সমাধিস্থিত যোগীৰ দৰে মনতে কিবা আওৰাইছে। কিবা স্তৱ পাঠ কৰাৰ দৰে লাগিছিল। মুখভঙ্গিমা ইমান সুন্দৰ। সেই কাৰণেই এওঁলোক ভগৱান। প্ৰাণীৰ অন্তৰৰ কথাবোৰ বুজি পায। বিশ্বব্ৰহ্মাণ্ডত ইমানবোৰ প্ৰাণী। সকলো প্ৰাণীৰে বাৰু মনৰ খবৰ পায়নে? প্ৰাণীজগতৰ এৱেঁই আধাৰ। আঃ কিমান মহান। সকলো প্ৰাণীকে মোৰ নিচিনাকৈ দেখা দিয়ে নে বাৰু? নাই নাই হবই নোৱাৰে। ভক্তৰ ভক্তিৰ ওপৰতহে ই নিৰ্ভৰ কৰে। ধৰ্ম্মশাস্ত্ৰত যিবোৰৰ উল্লেখ আছে সি তেনেই তাকৰ। সাধ্বী ৰমণী আজি কালি পাবলৈ কিমান বিৰল। মই নিজেই জানো নিৰশা, নৰ্ম্মদা, নয়না, নুপুৰহঁতে কমবোৰ অপকৰ্ম্ম কৰিছেনে? সেই তুলনাত মই সছাকৈয়ে সাধ্বী। স্কুল কলেজীয়া জীৱনৰ কথা বেলেগ। গাভৰু মাত্ৰেই অলপ খেলিবলৈ ভাল পায়।

হাতখন মোৰ মূৰৰ ওপৰত ৰখা সময়ত নিজেই কব নোৱাৰো মই ক'ত আছো। এক অপূৰ্ব্ব অনুভূতি যাক বৰ্ণনা কৰিবলৈ মই অক্ষম। মোক আশীৰ্ব্বাদ কৰিছে। যুগ্ম বছৰৰ দৌল পূৰ্ণিমাৰ ঠিক

পোন্ধৰ দিনৰ ভিতৰতে ই স্থিতি লাভ কৰিব এটা বিন্দুত। বিন্দু-টোৱে ক্ৰমান্বয়ে জোনৰ দৰে বাঢ়ি গৈ পূৰ্ণিমাক সাৱটি লব। ঠিক একে তিথিতে শুক্লা বা কৃষ্ণা। "তোমাৰ মনোবাঞ্ছা পূৰ্ণ হব। তোমাৰ তপস্যাত মই সন্তুষ্ট"। মই চকু মুদি আছিলো আৰু চকু মেলখোৱাৰ লগে লগে নৰায়ণক অন্তৰ্ধান হোৱা দেখিছিলো। বেদনাত মোৰ অন্তৰখন কান্দি উঠিল। মই বজ্ৰাহত হলো। মধুৰ এই মুহূৰ্ত্তবোৰ ইমান ক্ষন্তেকীয়া হব মই কল্পনা কৰিব নোৱাৰিলো। মনতে ভাবিলো—ই এটা চলনা নহয়তো। চলনা কৰিবলৈ নাৰায়ণৰ কিহৰ প্ৰয়োজন। কত কৌটি মানবক নাৰায়ণে চলনা কৰা নাই। এই নিষ্পাপ প্ৰাণীটোৰ লগত ভগৱানৰ চাতুৰী খেলাৰ কোনো কাৰণ থাকিব নোৱাৰে। হে' প্ৰভু নাৰাযণ তুমি দুঃখিনীৰ দুঃখ মোচন কৰা। মই বৰ অভাগিনী। বিনীতা, নীতা, প্ৰনীতাইত কিমান ভাগ্যৱতী আৰু সেই তুলনাত মই কিমান দুৰ্ভগীয়া। বিনীতাৰ সুখৰ ছবিখন মোৰ মানস পটত ভাহি থাকে। সুন্দৰ সুঠাম দেহৰ দুটিকৈ লৰা। ঘৰখন সজীৱ কৰি ৰাখে। শীতৰ সেমেকা সন্ধিয়াৰ দৰে নিষ্প্ৰাণ নহয়। বসন্তৰ ৰাতিপুৱাৰ ৰ'দৰ চিক্‌মিকনীৰে উদ্ভাষিত। অথচ মই ভালকৈয়ে জানো বিনীতা কিমান অহঙ্কাৰী। লৰা কেবল তেওঁৰহে হৈছেনে? কথাই কথাই কেবল পল আৰু অনুপলৰ কথা। নীতাৰ প্ৰথমজনী ছোৱালী হোৱাত ভগৱানক কত যে অভিশাপ নিদিলে। বাপুৱে নীতাৰ হাত আৰু সোঁৰৰণী চাই হেনো কৈছিল একাদিক্ৰমে তিনিটা পুত্ৰ-সন্তানৰ গৌৰৱান্বিত মাতৃ হব। চপলাৰ জন্মৰ লগে লগে নীতাৰ অন্তৰ ভাগি পৰিল। বাপুৱে কৰা ভবিষ্যৎবাণী কেনেকৈ নফলিয়াব পাৰে? ভগবানৰ নিশ্চয় কোনো কুচক্ৰই তেওঁৰ সপোন ভাঙি চুৰমাৰ কৰি দিলে। তাৰ পাছত কণ আৰু অকণ আহিল। নীতাৰ এতিয়া আনন্দই নধৰা হৈছে। সামান্য ব্যতিক্ৰম। সোঁৰৰণীত শুক্ৰৰ দশা হেনো সামান্যভাবে বক্ৰী হোৱা কাৰণেহে চপলাৰ জন্ম হৈছে। বাপুৱে কৈছে চপলা ছোৱালী হব পাৰে, কিন্তু তাই বোলে দহোটা পুত্ৰ সন্তানতকৈয়ো অধিক প্ৰতিষ্ঠাৱতী হব। নীতাই গৰ্ব্বভৰে

চলাফেৰা কৰে। মোৰ ক্ষুঃখত বাহ্যিক তুখ প্ৰকাশ কৰে। লৰা এটা যেনে তেনে হবই লাগে। নহলে কিহৰ মাতৃ। মাতৃৰ গৰ্ব্বইবা ক'ত। যি মাতৃয়ে বীৰৰ জন্ম দিব নোৱাৰে তেওঁ আকৌ কিহৰ বীৰাঙ্গনা। মোৰ অন্তৰ দহি যায়। প্ৰাণটোৱে হাঁহাকাৰ কৰি উঠে। উঃ ভগ-ৱান তুমি ইমান নিষ্ঠুৰ। ইমান লাঞ্ছনা মই বহন কৰিব লাগে। এওঁ কিন্তু নিৰ্ব্বিকাৰ। কোনো চিন্তা নকৰে। ইহকাল পৰকালৰ চিন্তাত গুৰুত্ব নিদিয়ে। সহজ সৰল মানুহ। হোমিওপ্যাথিকত কি ব্যৱস্থা আছে তাকে চাবলৈ তুই চাৰিটা পাত লুটিয়ায়। কিবা ফৰ্মূলা পায নে কি চাব বুলি মোক আশ্বাস দিযে। প্ৰণীতাৰ গিৰিয়েক আৰু এওঁ একে গৱেষণাকেন্দ্ৰতে কাম কৰে। প্ৰণীতা দেখনীযাব তিবোতা। গাভৰু কালত, কলেজত পঢ়া সময়ত নানা কেলেঙ্কাৰী মই নিজেই জানো। সাংস্কৃতিক সক্ৰিয়াৰ মুকুটমনি কুসংস্কাৰৰ এটা সফুৰা। সেইবাৰ দিল্লীত হোৱা যুবমেলা মহোৎসবত প্ৰণীতা আৰু মুকুটে কেবল গীত নাটতে সোণ বুটলা নাই। এম, পি, ৰাঘৰণৰ ঘৰত প্ৰণীতা আৰু মুকুটে আলহী হৈ দলৰ বাকীবোৰতকৈ সাতদিন পাছতহে আহি ঘৰ পালে। কাগজে পত্ৰই ভুযসী প্ৰশংসা পালে সঁচা কিন্তু মুকুটৰ বন্ধু আনন্দৰ আগত মুকুটে যি বৰ্ণনা কৰিলে তাকতো আৰু কাগজত লিখি প্ৰকাশ কৰিব নোৱাৰি। আনন্দদাই মোক নিজেই কৈছে। কাশ্মীৰৰ পৰা কুমাৰিকালৈ আৰু কোনাৰকৰ পৰা কামাখ্যালৈ প্ৰণীতা আৰু মুকুটৰ কাহিনীৰ যি বিবৃতি সেই কথাতো আৰু সমাজে নাজানে। মই জানো, আনন্দদাই জানে আৰু তুই চাৰি অন্তৰঙ্গ বন্ধু ব্যতিৰেকে কোনোৱে নাজানে। কিন্তু প্ৰণীতা সতী। প্ৰণীতা এতিয়া মানবেন্দ্ৰৰ শিৰৰ মধ্যমনি। মানবেন্দ্ৰই প্ৰণীতাৰ কাৰণে কি কৰা নাই। কিন্তু প্ৰণীতাই মানবেন্দ্ৰৰ কম ক্ষতি সাধন কৰিলেনে? মানবেন্দ্ৰৰ কাৰণে পৃথিৱীত ছোৱালীৰ অভাব হ'লহেতেন নে? কিয় আমাৰ মানবীকা প্ৰণীতাতকৈ ৰূপে গুণে স্বভাবে চৰিত্ৰই কিমান ওপৰত। বিলাত কেৰৎ মানবেন্দ্ৰই যদি এজনী বিলাতী ছোৱালীও আনিলেহেতেন মই বেছি ভাল পালোহেতেন। নিষ্পাপ নিষ্কলুষ মানবেন্দ্ৰই যদি প্ৰণীতাৰ

কাহিনী জানিলেহেতেন এই বিবাহ সম্পন্ন নহ'লহেতেন। কথা প্রসঙ্গত মই মানবেন্দ্রক কিন্তু প্রণীতাৰ কন্সেজীয়া কাহিনীৰ আভাস এটা দিছিলো। বেচেৰা সৰল মানুহ। কাৰো দোষ গাত সানি লবলৈ মান্তি নহয়। বৰং উত্তৰত নিজক বিচাৰ কৰি চাবলৈ কয়। ধাৰ্ম্মিক মানুহৰ ঘৰৰ ল'ৰা। সিৰাই সিৰাই ধৰ্ম্মৰ প্ৰভাৱ। মানবেন্দ্ৰই বুজিও নুবুজাৰ ভাম ধৰে। প্ৰণীতাৰ লগত মানবেন্দ্ৰৰ মিল দেখিলে কোনে কব প্ৰণীতাই তেওঁক সম্পূৰ্ণ বশ কৰি পেলোৱা নাই। মতা মানুহৰ এটা আত্মাভিমান থাকিব লাগে। প্ৰতুল, প্ৰবাল আৰু প্ৰণৱে যেতিয়া জাক পাতি স্কুলৰ পৰা আহে মানবেন্দ্ৰই প্ৰণীতাক চিঞৰি-বাখৰি হুলস্থুল লগাই দিয়ে। প্ৰতিবেশীৰ যে কিবা অশান্তি হব পাৰে কোনো চিন্তাই নকৰে। ডাক্তৰবোৰৰ বাৰু অনুভূতি বোলা বস্তুটো নাই নেকি? ল'ৰা কেৱল তেওঁলোকৰ ঘৰতহে হৈছেনে? মই ভালকৈয়ে জানো প্ৰতুল পঢ়াত কিমান পাৰ্গত। কোনোমতে থকুৱা শিক্ষকৰ জোৰত ক্লাছত টিকি আছে। আমাৰ সীমা প্ৰতুলতকৈ প্ৰায় দুই বছৰৰ সৰু, কিন্তু এইবাৰ তাই প্ৰথম শ্ৰেণীৰ পৰা দ্বিতীয় শ্ৰেণীলৈ প্ৰমোচন পাওঁতে মাত্ৰ কেইমম্বৰৰ কাৰণেহে পাছিছন মিছ কৰিছে। ফাইভত পঢ়া লৰাটোৰ ইমান দেমাক। পৰীক্ষাৰ ফল কেনে হ'ল বুলি সোধাত একপ্ৰকাৰ হোৱা বুলি কলে। একপ্ৰকাৰ নহয় কিমান প্ৰকাৰৰ হব। পিছত হেড মাষ্টাৰৰ পৰা গম পালো আটাইবোৰতে হায়েষ্ট মাৰ্ক পোৱা নাই। নহব কিয়, মাক-বাপেকে অহঙ্কাৰ কৰিলে ল'ৰাই নকৰিবনে?

কোনোবা এজন বাবাৰ পৰা এটা তাবীজ সংগ্ৰহ কৰিছে প্ৰণীতাই। কিবা মহাকালী কবচ নেকি মোৰ ভালদৰে মনত নাই। সেই কবচ ধাৰণ কৰিলে হেনো লৰা হবই হব। ক'তা ময়োচোন এটা ধাৰণ কৰি আছোঁ। অৱশ্যে মই যি জনৰ পৰা লৈছোঁ সেই-জন বাবা আকৌ এজন বেলেগ মানুহ। তেওঁ বা সঁচা বাবা নে ঠগ বাবা মই আকৌয়ে কেনেকৈ বুজি পাম। চালু ছোৱালীবোৰে ক'ত যে খবৰবোৰ সংগ্ৰহ কৰে। মই এবাৰ প্ৰণীতাক সুধিছিলো

বাবাজন ক'ত থাকে কি কৰে ইত্যাদি। মোৰ আগত সমূলি মিছা মাতিলে। তেনেকুৱা বাবাৰ নাম বোলে তেওঁ শুনাই নাই। এই তিৰোতাজনীয়ে সদায় বাৰু ইমানবোৰ মিছা কথা কেনেকৈ কব পাৰে। মিছা কবলৈ অকনো সঙ্কোচ নকৰে। আচলতে গিৰিয়েকজন ভোদাবাম যেন পাওঁ। নাকত ধৰি চাকত ঘূৰাই আছে। চাব নহয় ভগৱানে এদিন। দিন আৰু ৰাতি সকলোৰে কাৰণে।

## দুই

মোৰ সপোনটোৰ কথা এওঁক আদ্যোপান্ত বিৱৰি কলো। কিন্তু কোনো মতামত প্ৰকাশ নকৰিলে। এই মানুহজনৰ কোনো কথাতে কোনো আকৰ্ষণ নাই। মতা মানুহ ইমান নিৰ্ব্বিকাৰ মই কেতিয়াও দেখা নাই। হোমিওপ্যাথিত বা কি ৰস পাইছে?

ইমান দুবন্থ কেনেকৈ মিলে? ৰাতি প্ৰায় বাৰ কি একমান বজাতো হব পাৰে। মই নাৰায়ণক সাক্ষাৎ লগ পালো। মূৰত হাত থৈ আশীৰ্ব্বাদ দি কলে মোৰ মনোবাঞ্ছা পূৰ্ণ হব। বাপুৱে সেইবাৰ এওঁৰ লগত যাওঁতে একে কথাকে কৈছিল। দোল পূৰ্ণিমাৰ ঠিক আগে বা পিছে এক বিন্দুত স্থিতি লাভ কৰিব। ঠিক একে কথা বাবায়ো কৈছিল। সময়ত বাবা এবাৰ নিজে আহিব বুলিও কৈছিল। দোল পূৰ্ণিমালৈ বোধহয় বেছি দিন নাই। এইবাৰ বা ফাগুনতে পৰিল নে চ'ততে পৰিল? ফাগুন মাহ হলেই ভাল হয়। এটা নিৰুদ্বেগ অচঞ্চল ভাবলেশহীন স্থৱিৰতা। কোনো অভিব্যক্তিৰ প্ৰকাশ নাই। সামান্য উৎসাহ বা সহাৰি জনালে মোৰ মনটো শান্ত হ'ল-হেতেন। একো নকলে, কোনো মতামত নিদিলে।

ময়না হওঁতে খুব কষ্ট পালো। আহাৰ মহীয়া গৰমত মোৰ প্ৰাণ ফাটি যায়। কাতো শান্তি নাপাওঁ। মোক হাস্পাতালত থৈ আহিছিল। দুশ্চিন্তাত মই অৱশ হৈ পৰো। মই এওঁক মোৰ কাষত বিচাৰিছিলো। শান্তনা দিবলৈ এজন নিজৰ মানুহ লাগে। বেচেৰা অৱিনাশ লৰাটো আহি তেও খবৰ খাতিৰ কৰে। এনেকৈ চাবলৈ গলে অৱিনাশৰ লগত মোৰ কোনো বিশেষ সম্পৰ্ক নাই। মাৰ মাহীয়েকৰ ননদৰ ল'ৰা। কি সুন্দৰ সুঠাম দেহ। এ, জিত, কাম কৰে। ভন্টিৰ জন্মৰ এবছৰ মানৰ পাচতে কি যোৰ কৰিয়ে যে ছিলঙলৈ লৈ গল। সীমা আৰু ভন্টিযে প্ৰচুৰ আমনি কৰা মোৰ মনত আছে। অথচ এবাৰো বিৰক্ত হোৱা মোৰ চকুত পৰা নাই। প্ৰায় এমাহকাল কটাইছিলো। পাহাৰৰ মাজে মাজে পৰ্ব্বতৰ শিখৰে শিখৰে বগালো। বিদন-বিচপ, গলফ লিঙক আৰু পাইন বননিয়ে মোক আজিও আকৰ্ষণ কৰে। হেৰাই যাব খোজা এই স্মৃতিকনকে মই সাৱটি ৰাখিছো। হয়াতো এটা বিশেষ সময়ত ইয়াক ৰোমন্থন কৰি এটি মৃদু আমেজ অনুভৱ কৰিব পাৰো। ময়না হোৱাৰ আগে আগে গুৱাহাটীলৈ বদলি হৈ আহিছিল। অফিচলৈ যাওঁতে আহোঁতে সদায় খবৰ কৰিছিল। ইটো সিটো কিনি দিছিল। মন পাতল লগা-বলৈ কতযে ফুচুৰি গল্প কৰিছিল। মোৰ সমস্ত লক্ষণসমূহ হেনো তাৰ চকুত প্ৰকট হৈ ধৰা দিছিল। মোৰ আশাৰ ফল লাভ হব বুলি কৈছিল। অৱিনাশক বহুত দিন লগেই পোৱা নাই। কি যে অ'লিত কৰি ফুৰে। পৰৰ হিচাব নিকাচ কৰা মোৰ ভাল নালাগে। কোনোবা আগৰৱালাৰ গল্পটো মোৰ মনত পৰে। বেচেৰাৰ নববিবাহিতা ঘৈণী-য়েক জনীৰ কান্দোনৰ কথা ভাবিলে মোৰ বৰ দুখো হয়।

অৱিনাশৰ চকুত ধৰা দিয়া লক্ষণবোৰে মোক ফাকি দিলে। মই মৰ্ম্মাহত হৈছিলো। অৱিনাশো কম বিচলিত হোৱা নাছিল। তাৰ গাত কি দোষ আছে। সিতো ভগৱান নহয় যে সকলো ভবিষ্যৎবাণী কৰিব পাৰিব। তথাপি মই শান্তনা পাওঁ। মোৰ মনৰ বেদনা সি অনুভৱ কৰিব পাৰিছিল।

পূর্ণিমা তিথি বুধবাৰে বুলি কলে। তেনেহলে ফাগুনতেই পৰিছে। মনটো ভালেই লাগিল। ফাগুন মাহটোৰ প্ৰতি কিয় জানো মোৰ এটা দুৰ্বলতা আছে। বসন্তৰ মাকক লগ পাই মনটো অলপ পাতল লাগিল। মানুহজনীয়ে পৃথিৱীখনৰ বহুত খবৰ ৰাখে। ইমানবোৰ খবৰ যে কেনেকৈ তেওঁৰ কাণত পৰেহি মই ভাবি নাপাওঁ। বাবাও হেনো দুই এদিনতে আহি পাব। তেওঁলোকৰ ঘৰতে উঠিব বুলি কলে। ভালেই পালো। আগৰবাৰ বাবা আহোঁতে খুব অসুবিধা পালো। হিচাব কৰি চলা ঘৰ এখনত এটা অহেতুক খৰছৰ অঙ্ক। অৱশ্যে ফলমূল, প্ৰসাদৰ যোগাৰ প্ৰণতি, মিনতি, আৰতিহঁতে দি গৈছিল। মই বৰ আচৰিত হৈছিলো। কেৱল ফলমূল আৰু গাখীৰ খাই ইমান সুন্দৰ স্বাস্থ্য অটুত ৰাখিছে। এই সুন্দৰ স্বাস্থ্যৰ গৰাকী হৈয়ো বিয়বা বিয়া বাৰু নকৰোৱাকৈ থাকে। আধ্যাত্মিকতাত ডুবি থাকোতে সংসাৰৰ জঞ্জাল লৰলৈ চাগে ভয় কৰে। কিজানি চিন্তা চৰ্চ্চাত আউল লাগি যায়। কিমান ভক্তৰ মনৰ বুজ লৈ অন্তৰৰ কিমান গভীৰতম স্থানলৈ প্ৰবেশ কৰিব লাগে। বাবাই কিবা যাদুমন্ত্ৰও জানে নেকি? মানুহক ইমান সম্মোহিত কৰিব পাৰে। সেইবাৰ সীতাৰ মুখত শুনি মই একেবাৰে আচৰিত হোৱাদি হলো। মানুহজনীৰ দুঃখত মোৰ গভীৰ বেদনা অনুভূত হয়। বিযাহোৱা আজি প্ৰায় বাৰ বছৰ হ'ল। এটি সন্তানৰ মুখ দেখা নাই। অথচ ছায়াটাৰে কি সুন্দৰ নিপোটল স্বাস্থ্য। গিৰি-য়েকৰ কথা বতৰাত দুঃখৰ কোনো লেশমাত্ৰ চিহ্ন নাই। সীতাৰ মনটো মই পৰীক্ষা কৰি দেখিছো। বিয়া হোৱাৰ পাঁচ-ছয় বছৰলৈ কি যে বাংচালী। আৰু ইমানবোৰ খবৰ ৰাখে। সীমা ভণ্টি ময়না-হঁতৰ জন্মবাৰ, মাহ, তিথি চৰবোৰ যেন মুখস্থ কৰিহে থৈছে। পিছে সীতাৰেো আগৰ দোষৰ ভালেমান কাণ্ড-কাৰখানা মোৰ কানত পৰিছে। বিশ্বাস নকৰিবলৈকো টান লাগে। সীতাৰ এবাৰ য'ন্দিচ হোৱা বুলি ডিব্ৰুগড় পালে। কিবা অপাৰেছন কৰা বুলিও শুনিছো। কিবা অপাৰেছন কৰিলে সীতা আৰু ভগৱানেহে জানে। আজি কেইবছৰমানৰ পৰা সীতাৰ মনটো যে ক্ৰমে ক্ৰমে গধুৰ সি মোৰ

চকুত ধৰা পৰে। কোন বিবাহিত স্ত্ৰীয়ে নো সন্তান কামনা নকৰে? বন্ধ্যা আখ্যা পোৱাটো কম অপমানৰ কথা নে?

বাবাই এখন শীতল পাতি পাৰি চকু দুটা মুদি ধ্যানস্থ হৈ আছে। সীতাই হেনো হাতত সাৰে ভৰিত সাৰে কমত সোমাই বাবাৰ পিছ-ফালে থিয় হৈ আছিল। ধ্যানস্থ বাবাই সীতাক দেখা নাই। সন্ধিয়া সময়ত বাবাই পাৰমাৰ্থিকতাত ডুবি আছে। চাকি এটা জ্বলি জ্বলি পোহৰ বিকীৰণ কৰিছে। চকু নেমেলাকৈয়ে বাবাই সীতাক আঠুলবলৈ কৈছে। মন্ত্ৰমুগ্ধৰ দৰে সীতাই আঠু লৈছে। তাৰ পাছত কমৰ দুৱাৰ-খন আপোনা আপুনি বন্ধ হৈ গৈছে। ইয়াৰ পাছত বাবাৰ আত্মা সীতাৰ আত্মাৰ লগত একাত্ম হৈছে। কিমান সময় হৈছে সীতাই কব নোৱাৰে। কিছুসময় পাছত সীতাই অনুভৱ কৰিছে তেওঁ-লোক ঠিক আগৰ ভঙ্গীতে বহি আছে। দুৱাৰখন আপোনা আপুনি মকলি হৈছে। গোটেই কোঠাটো পোহৰত দীপ্ত হৈছে। সীতাৰ মনটো পাতল লাগি গৈছে। এটা অজানা শিহৰণ আৰু আবেশত মনটো উপচি পৰিছে। বাবাই মূৰত হাতখন থৈছে আৰু বিৰ বিৰ কৈ কিবা উচ্চাৰণ কৰিছে। সীতাৰ কেচুৱাটো মৰম লগা হৈছে। নামটোও খুব সুন্দৰ, দেবাঙ্গ।

সেই তেতিয়াৰে পৰা মই বাবাক গুৰুৰ আসনত স্থাপন কৰিছোঁ। মানুহজনৰ অলৌকিক ক্ষমতা আছে। বীণাৰ একে একে চাৰিজনী ছোৱালী হোৱাৰ পাছত বাবাত শৰণ ললে। বীণাৰ একেবাৰে দুটা লৰা হ'ল। নাম ৰাখিছে সৌমাৰ আৰু সাগৰ। মই এই নামবোৰৰ একো অৰ্থ বুজিব নোৱাৰো। দৌন পূৰ্ণিমাৰ দিন দেখোন আৰু নাযেই।

ৰমলাৰ বিয়া হোৱা প্ৰায় পাঁচ বছৰ হ'ল। ডাক্তৰে কয় কিবা নিচ কেচে কৰে। ডাক্তৰৰ ভাষাবোৰ কিবা অদ্ভুত। সাধাৰণ মানুহে বুজিব পৰাকৈ নকয়। বাবাই মানুহৰ মনৰ বেদনাবোৰ কেনেকৈ জানে ভাবি মই কেতিয়াবা তন্ময় হৈ যাওঁ। বাবাই যেতিয়া মোক তাবিজটো দিছিল তেতিয়া মোক কিছুমান নিয়ম আৰু ব্ৰত পালন কৰিবলৈ

কৈছিল। মই এতিয়াহে বুজিব পাৰিছোঁ নিয়মবোৰ মোৰ পালন কৰা হোৱা নাই। ভন্টি হোৱা আজি প্ৰায় সাত বছৰ হ'ল। সীমা এই মাহত ঠিক দহ বছৰত সোমাল। মই অৱশ্যে দুই এবছৰ কমাই কওঁ। সীতাজনীৰ কাৰণে কেতিয়াবা বিপদত পৰিব লাগে। বাবাক লগ পোৱাৰ প্ৰায় এমাহমান পাছতেই হব কিজানি। কি এখন কনফাৰেঞ্চৰ কাৰণে এওঁ কেইদিনমানৰ কাৰণে কলিকতালৈ যাব লগা হৈছিল। মানবেন্দ্ৰই লগ ধৰিছে। এওঁ নহলে আকৌ মানবেন্দ্ৰৰ নচলেই। প্ৰথমে মযো যাব পাৰিম নেকি চিন্তা কৰি চালো। পিছে সীমাজনীক লৈ লেঠা হ'ল। দুই তিনি বছৰীযা কেছুৱা এটা লৈ কলিকতাত কি কৰিম গৈ। নহব যুৱাচৰা, নহব একো এটা কৰা। কিশোৰক এও কৈ গ'ল মাজে সময়ে খবৰ কৰিবলৈ। কিশোৰ মোৰ ডাঙৰ জাৰ সৰু ভায়েক। দেখনীয়াৰ ল'ৰা। ইঞ্জিনিয়াৰ হৈ ইযাতেই আছে। মোতকৈ কেইবছৰমানৰ ডাঙৰ। চাৰি বা পাঁচমান হব পাৰে মোৰ হিচাবমতে। মোক বাইদেউ বুলিযে মাতে। হুলস্থুল কৰি থাকে। ঘৰখন ভৰি থাকে। কিশোৰে প্ৰথমে দুদিনমান এনেযে খবৰ কৰাৰ পাছত মযে কলো ইয়াতে থাকিবলৈ। মান্তি হ'ল। এওঁ অহালৈকে থাকিল। মোৰ এতিযা মনত পৰিছে। সেই সময়তে কিছু নিয়ম নীতি পালন কৰা নহ'ল। নিয়মৰ কিছু ব্যতিক্ৰম ঘটিল। নহলে বাবাৰ তাবিজৰ গুণ নধৰাকৈ থাকিব নালাগে। বিযাৰ পিছত কিশোৰক মই এতিযা লগেই পোৱা নাই। সেই যে মালতীৰ বিযাত লগ পাইছিলো। হালেই আহিছিল। অৱশ্যে ভন্টিৰ জন্মৰ সময়ত কিশোৰে মোৰ সকলো খবৰ লৈছিল।

## তিনি

বাবা কালি ৰাতি আহি পোৱা বুলি খবৰটো দি গৈছে। আহি-য়েই বোলে খবৰ কৰিছে। বাবাৰ সকলো কথা বা কেনেকৈ মনত থাকে? ৰমলাৰ মাকজনী সচাঁকৈয়ে মৰমীয়াল। খবৰটো তেখেতেই দিলে। সাত দিনমান থাকিব বুলি কলে। আজি ত্ৰয়োদশী। ত্ৰয়োদশী বোলে সৰ্ব্বসিদ্ধিৰ তিথি। অলপ ফলমূল আনিব পাৰিলে ভাল আছিল। গা-পা ধুই ভাত-পানী ৰান্ধি থৈযে যাব লাগিব। মোৰ আহোতে দেৰিও হব পাৰে। ভাতকেইটা এওঁলোকে বাটি লৈ খাব পাৰিব। পিছে আজি মোৰ দেৰি নহয়। কাৰ। ৰমলাৰ কাৰণে বোলে তিনি দিন আচুতীয়াকৈ ৰখা আছে। অন্য সেৱিকাক এই কেইদিন আহি-বলৈ মানা কৰিছে। মুখেৰে ঠিক তেনেকৈ কোৱা নাই। জপ তপ, আসন বসন, কৃত্য সমাকৃত্য, দৈহিক মানসিক, ধৃতি আৰু স্থিতিৰ কাৰণে হেনো প্ৰায় তিনি দিন লাগে। মই মাথো গাখীৰ আৰু ফলমূলখিনি থাপনা কৰি প্ৰণাম কৰি আহিম। তপৰীয়া বাৰ আৰু একবজাৰ ভিতৰতে দিব পৰা যাব। সময়সূচী নিৰ্দ্ধাৰিত কৰা আছে। ৰমলাৰ মাকে প্ৰোগ্ৰামটো ভালদৰে জানে।

বাবাৰ দেহৰ কান্তি এইবাৰ নধৰা হৈছে। তেওঁৰ অঙ্গে অঙ্গে শোভা। কি প্ৰাণদীপ্ত চকুমুখ। বাবা, মই তোমাতে শৰণ লৈছোঁ। তোমাৰ স্থিতি মোৰ নিভৃতত স্থাপন হব এয়ে মোৰ কামনা।

মোৰ মূৰৰ ওপৰত হাতখন ৰাখিছে, কিন্তু স্পৰ্শ কৰা নাই। এটি বিদ্যুৎ প্ৰৱাহ শোণিতৰ সোঁতে সোঁতে গতি কৰিছে। মই নিজে লঘু অনুভৱ কৰিছো। মই উদ্ভাষিত হৈছোঁ। মই পুলকিত হৈছোঁ। শিৰাই শিৰাই মই এটা মৃদু কম্পন অনুভব কৰিছোঁ।

এওঁলোক নাৰায়ণৰে অংশস্বৰূপ। মই অন্য পুৰুষৰ ওচৰত আনকি মোৰ স্বামীৰ ওচৰতো কেতিয়াও এই অনন্য অনুভূতি অনুভৱ কৰা নাই। বিন্দু বিন্দু তেজৰ কণিকাবোৰ মোৰ গালে মুখে সিঁচৰিত হৈ পৰে। তেজৰ ক্ষিপ্ৰ সোঁত মোক উন্মনা কৰি তোলে। ত্ৰিশ

বছৰীয়া এটি দেহত ষোড়ষীড চঞ্চলতাই মোক আকুল আৰু অস্থিৰ কৰে। ই কিহৰ যাদু। মায়া নে ছলনা। কত দিন কত ৰাতি মই কেৱল এই কথাকেই চিন্তা কৰিছো। চুম্বক বিদ্যুৎটোৰ প্ৰভাৱত ইলেকট্ৰনৰ মৃদু আলোড়ন বুলি হীৰকে এবাৰ কিবা এটা কৈছিল। মোৰ ভালদৰে মনত নাই। পৰমাণুৰ আকাৰ হেনো ইলেকট্ৰনৰ মেঘাবৰ্ত্তৰ আকাৰেই আকাৰ। কেন্দ্ৰস্থ প্ৰ'টন ভাৰসাম্য ৰক্ষা কৰে। প্ৰ'টনে ইলেকট্ৰনবোৰক আকৰ্ষণ কৰে নিজা গালৈ, অতি নিবিড় হবলৈ, নিউ-ট্ৰন হবলৈ। ইলেকট্ৰন হৈছে চঞ্চল ৰমণীৰ দৰে। পাতল। উশাহতে নাচে আৰু ভাহে। কাষ চাপি আহে কিন্তু নিবিড়, অতি নিবিড় নহয়। নিউট্ৰন তৈয়াৰ কৰিবলৈ ইচ্ছা নকৰে। খেলে, খেলি খেলি উমালে মেঘালীৰ দৰে চঞ্চল গতিত উৰি ফুৰে। অৱশ্যে এটা নিৰ্দ্দিষ্ট অৱবাটিলত। মোৰ এই মাদকতা হাৰকৰ কাৰণো যে কিছু নহৈছিল এনে নহয়, কিন্তু ইমান নহয়। নহয় নহয় মোৰ ভালকৈয়ে মনত আছে। মাত্ৰ দহ বছৰৰ আগৰ ঘটনা। মই বিজ্ঞান শাখাৰ স্নাতক শ্ৰেণীৰ ছাত্ৰী। পদাৰ্থ বিজ্ঞান মোৰ ৰ টান লাগিছিল। পৰীক্ষালৈ মাত্ৰ আৰু দুমাহমান বাকী। হীৰক নামৰ নতুন ডেকা এজন আমাৰ অধ্যাপক হৈ আহিছে। পদাৰ্থ-বিজ্ঞানৰ অধ্যাপক। আমাৰ স্পেছিয়েল ক্লাছ হৈ আছে। কৰ্চ তেতিয়াও ভালেখিনি বাকী আছিল। এই হীৰক নামৰ ডেকা প্ৰ'ফেচাৰ জনে আমাৰ এই অতিৰিক্ত ক্লাছৰ দায়িত্ব লৈছে। আমাৰ কেইজনীমানৰ মাজত এটা মৃদু গুঞ্জন। মানুহজন বা কেনেকুৱা। খণ্ডল নহয় যেন লাগে। সুগঠিত দেহৰ ভাজে ভাজে বুদ্ধিৰ চিক্‌মিকনি। শুনিছো, খুব হেনো চোকা ছাত্ৰ আছিল। কথা-বতৰাত এটা কিন্তু বেপৰোৱা ভাব থকা যেন লাগে। চোকা ছাত্ৰ-বোৰ আকৌ সাধাৰণতে ৰব বেৰসিক। কিবা কল্পলোকত বাস কৰে। ইমান মেধাবী প্ৰ'ফেচৰ এইখন কলেজত নিশ্চয় সৰহদিন নাথাকে। প্ৰথমদিন কোনো ক্লাছ কৰা নাছিল। ছাত্ৰ-ছাত্ৰীবোৰৰ নাম ধাম আদি সুধিছিল। কি কি বিষয়ে আলোচনা কৰিব তাৰ এখন তালিকা প্ৰস্তুত কৰিছিল। পাঠ্যক্ৰম হোৱা বা নোহোৱালৈ কোনো গুৰুত্ব দিয়া

নাছিল। বিহার্টেল নে কিবা শব্দ এটা কৈছিল। মই ভালদৰে বুজিব নোৱাৰি অন্য বান্ধৱীক পাছত সুধিছিলো। কাৰো একো মনত নথকা হুলি কৈছিল। আমযৰ ক্লাচ। কোনো নিৰ্দ্দিষ্ট সময়ৰ তালিকা নাছিল। ৰাতিপুৱা দহমান বজাত ক্লাচত সোমাই একমান বজাত শেষ কৰিছিল। অধ্যায়টোৰ ওপৰত হব পৰা প্ৰশ্ন কিছুমান আমাক সোধে। নিহাৰ, নিখিল, নিমল আদি কেইজনমানৰ বাহিৰে বাকী কোনোৱে শুদ্ধ উত্তৰ দিব নোৱাৰিছিল। ময়ো নোৱাৰিলো। ক্লাচ শেষ হোৱাৰ পাছত মোক তেওঁৰ অফিচ ৰুমত লগ পাবলৈ কৈছিল। বুকুখন চিৰিংকৈ উঠিছিল। সকলোকেইজনী ছোৱালীৰ চকু মোৰ আৰু হীৰকৰ ওপৰত স্থিৰ হৈ ৰৈছিল। খুব অপ্ৰস্তুত বোধ কৰিছিলো। মিনতীক লগত লৈ মই অফিচ ৰুমত সোমাই ছিলো। মোক কৰা প্ৰশ্নটোৰ উত্তৰ কি হব লাগে তাক অতি সুন্দৰকৈ বুজাই দিছিল। সেইদৰেই এটা গতিৰ আৰম্ভণি। গতি ক্ষিপ্ৰতৰ হৈছিল। পোহৰৰ দাৰ পোন নাছিল। একা বেকা। হঠাৎ এই গতিৰ এদিন ৰোধ হৈছিল। মই বিহ্বল হৈছিলো। এটা ছন্দময় অধ্যায়ৰ ছেদ পৰিছিল। হীৰক গুচি গৈছিল। দুৰ, বহু দূৰলৈ, য'ত হীৰকক লগ পোৱা কোনো সম্ভৱনাই নাছিল। এটা মচিব নোৱাৰা অখণ্ডনীয় স্মৃতি ৰোপন কৰি হীৰক গুচি গৈছিল। গুচি গৈছিল মোৰ বিয়াৰ ঠিক সাত দিনৰ পিছতে। হীৰাকে মোক তেওঁৰ প্ৰাণৰ অন্তৰতম স্থানত স্থাপন কৰিবলৈ ইচ্ছা কৰিছিল। কিন্তু নোৱাৰিলে। সামাজিক ব্যৱধান তাৰ প্ৰধান অন্তৰায় হৈ ঠিয় দিছিল। ময়ো নোৱাৰিলো এটা প্ৰকাণ্ড প্ৰাচীৰ ভাঙি ওলাই আহিবলৈ। মই বৰ দুৰ্ব্বল অনুভৱ কৰিছিলো। মোৰ প্ৰাণে হাহাঁকাৰ কৰি উঠিছিল। কিন্তু হীৰাকে মোক দি গৈছিল। তেওঁৰ প্ৰাণৰ সমস্ত ঐশ্বৰ্য্য দি গৈছিল। তেওঁৰ ৰক্তৰ প্ৰবাহ মোৰ প্ৰবাহত মিহলি কৰি দি গৈছিল। মই ইয়াক স্মৃতি হিচাবেই বহন কৰিলো এক সীমা ৰেখাৰ এটা ছেদ বিন্দুত।

এওঁ হঠাৎ খুব গহীন হৈ যোৱা যেন লাগিল। বাবাৰ ক্ৰিয়াবোৰ

এওঁৰ মনৰ ওপৰত কোনো প্ৰকাৰৰ প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰে নিশ্চয়। মোৰ অন্তৰৰ বেদনা এই মানুহজনে কোনোদিনেই অনুভৱ কৰিবলৈ যত্ন কৰা নাই। বিনীতা, নীতা, প্ৰণীতাহঁতৰ জীৱনলৈ এওঁ কেতিয়াও লক্ষ্য কৰি চোৱা নাই। অথচ মোৰ কি নাছিল। ৰূপ, যৌৱন, শিক্ষা-দীক্ষা মোৰ কাতো'কে কম নাছিল। মোৰ অন্তৰত যি দাবানলে জ্বলি জ্বলি মোক দহন কৰিছে তাৰ খবৰ এওঁ কোনো দিনেই লবলৈ যত্ন কৰা নাই। মই নিষ্প্ৰভ হৈ গলো। মানুহে মোক পু'তো কৰে। কিমান লাঞ্ছনা মই মূৰ পাতি বহন কৰিছোঁ তাৰ হিচাব জানো এওঁ কেতিয়াবা ৰাখিছে। মাতৃহৃদয়ৰ কোমলতাখিনিক এওঁ কোনোদিনেই উপলব্ধি কৰা নাই। তিল তিলকৈ দগ্ধ হৈছোঁ মই। ক্ষণে ক্ষণে অনুক্ষণে মই তুহঁ জুই জ্বলাদি জলিছোঁ। মইতো কোনো পাপ কৰা মনত নপৰে। গ'ল গ'ল সকলো গ'ল। জীৱনটো মোৰ আন্ধকাল হ'ল। পুত্ৰহীন মাতৃ আকৌ কিহৰ মাতৃ। নাই নাই মই পাহৰি গৈছো। মোৰ বোধহয় ভুল হৈছে। মাত্ৰ দুদিন পাছতে মহাক্ষণ মোৰ সমাগত। তাক মই সমস্ত প্ৰাণ দি আহ্বান কৰিব লাগিব। এই মধুৰ লগ্ন মই বিস্মৃত হলে মোৰ ইহকাল পৰকাল সকলো শেষ হব।

দুবছু কেনেকৈ একে হব পাৰে। বাপু, বাবা আৰু নাৰায়ণ তিনিওজনৰ কথা কেনেকৈ একে হব পাৰে। ই নিশ্চয় ফলিয়াবই লাগিব। ই মোৰ মহাপ্ৰস্তুতিৰ সময়। মই দুৰ্ব্বল হলে নহব। মই স্থিৰ, অতি সুস্থিৰ হব লাগিব। কায়োমনবাক্যে মই ধৈৰ্য্য ধৰিব লাগিব। অহল্যা, কুন্তী, দ্ৰৌপদী, মণ্ডোদৰী তাৰাই কম সহ্য কৰি ছেনে? মাতৃ হব লাগিব পৃথিৱীৰ দৰে সহনশীলা, তুলাৰ দৰে পাতল, মেঘৰ দৰে গতিশীল আৰু ছন্দময়ী, হিমালয়ৰ দৰে স্থিৰ, মহাসাগৰৰ দৰে বিশাল আৰু গভীৰ। ভাবপ্ৰৱণতাক প্ৰশ্ৰয় দিব নোৱাৰি। মাতৃৰ গুণ থাকিব লাগিব, সূৰ্যৰ দৰে তীব্ৰ, জোনৰ দৰে স্নিগ্ধ, ফুলৰ দৰে কোমল, হীৰাৰ দৰে কঠিন। নাই নাই সময় আৰু ক'ত। প্ৰাণে প্ৰাণে, অনুপ্ৰাণে, শিৰাই শিৰাই, উপশিৰাই, ৰন্ধ্ৰে ৰন্ধ্ৰে, অনুৰন্ধ্ৰে মই অনুভৱ কৰিব লাগিব। লক্ষ্য মোৰ স্থিৰ বিন্দুত। মই কৃতকাৰ্য্য হবই লাগিব।

অশান্ত আত্মাক মই কৰিব লাগিব সমাহিত শান্ত। এক প্ৰশান্ত বিন্দু মোৰ লক্ষ্য। নিশ্চয়কৈ অতি সুনিশ্চিন্তভাবে স্থাপন কৰিব লাগিব এক মহাবিন্দু, যি বিন্দু বৃদ্ধি পাব জোনৰ দৰে পূৰ্ণ জোনলৈ।

আজি মোৰ উপবাস। ৰাতিপুৱাৰে পৰা মনটো জানো কিয় ইমান ফৰকাল লাগিছে। মই ইমান পাতল অনুভব কৰিছোঁ। অলপ ব্যতিক্ৰম অনুভব কৰিছোঁ। পুৱাতে গাটো ধুই ললে আৰু ভাল লাগিব। ৰঙা পাতৰ শাৰীখন মোৰ বৰ মৰমৰ। এই শাৰীখন পিন্ধিলে হীৰকে মোক হেনো অপৰূপা দেখিছিল। কিশোৰে কোনাবা এজনী কিন্নৰীৰ লগত তুলনা কৰিছিল। অবিনাশে মোৰ বয়স দহবছৰমান কমি যোৱা বুলি কৈছিল। ইহঁতবেইটাৰ স্মৃতি মোৰ শাৰীখনৰ ৰঙৰ লগত মিলি থাকিল। সেই কাৰনেই বিজানি এই নামবোৰ আজি আকৌ শাৰীখনতে বিচাৰি পালো। ইহঁতে মোক বাৰু তোষামোদ কৰিছিল নেকি ? মোৰ জীৱনৰ বেইটামান মুহূৰ্ত্ত এই কেইজনে স্বপ্নালু কৰি স্মৃতিৰ সফুঁৰাত সাঁচি থোৱালে। সফুঁৰা মেলখালেই ইহঁত কেইটাৰ নাম মোৰ মানস পটত ভাঁহি উঠে। বহুত কিবাই দিলে। কেইপাহমান মসৃণ ফুলৰ সৃষ্টি কৰিলে। সেই ফুল কেইপাহি মোৰ গৌৰবৰ কৌস্তুভমণি। ইহঁতে মোৰ ডিঙিত কণ্ঠহাৰ হৈ ওলমি সুৰভি বিলাই দিযে। ফুলৰ পাহে পাহে, কোষে কোষে, প্ৰতিকোষে মই লক্ষ্য কৰো এটা স্বপ্নময তৰঙ্গৰ উঠানমাবোৰ। মৃতপ্ৰায আত্মাৰ ইহঁতকেইটা সঞ্জীৱনী সুধা। মনটো বৰ চঞ্চল হোৱা যেন লাগিছে। লাগিবৰে কথা। বাবা আকৌ ব্ৰহ্মমুহূৰ্ত্ততে উঠে। কিমাননো পূজা অৰ্চনা কৰে। কোনো খেদ নাই, তিক্ততা নাই। সমাহিত এক বিশিষ্ট যোগী।

মই সজাই নিয়া থালখন বাবাই নিজহাতে গ্ৰহণ কৰি বেদিত থাপিছে। পাদ্য অৰ্ঘ্য গ্ৰহণ কৰি ধ্যানস্থ হৈছে। মই আঠুলৈ নিস্তব্ধ হৈ প্ৰাৰ্থনাত মগ্ন হৈছো। মগ্ন মনত নগ্নতাই আত্মপ্ৰকাশ কৰিছে। মই নিৰাভৰণ হৈছোঁ। মোৰ সমস্ত দেহমন উৎসৰ্গ কৰি দিছো। মই সাষ্টাঙ্গ প্ৰণিপাতৰ ভঙ্গিমা ধাৰণ কৰিছোঁ। নাৰায়ণৰ মূৰ্ত্তিত মোৰ মন আৰু সত্বা স্থাপন কৰিছোঁ। মই নিবিড় হৈছো, অতি নিবিড় ভাবে।

মই নিউট্ৰনৰ দৰে হৈছো। মোৰ ইলেকট্ৰনৰ চঞ্চলতা ক্ৰমে কমি আহিছে। প্ৰ'টনে মোৰ ভাৱসাম্য ৰক্ষা কৰিছে। মই এটা বিন্দুত মিলি গৈছো। এই বিন্দু মোৰ মহাবিন্দুত পৰিণত হব। মই অতি সূক্ষ্ম হৈছো। মোৰ অস্তিত্বৰ আকাৰ আণুবীক্ষনিক হৈছে। মই লাহে লাহে নিৰ্লিপ্ত হৈছো। সমস্ত শৰীৰ আৰু মন মোৰ আহ্লাদত ভৰি উঠিছে। সমস্ত সত্তা মোৰ শাঁত পৰি গৈছে। লাহে লাহে মই স্থিৰ হৈছো। বগা পাতৰ শাৰীখন মোৰ শৰীৰৰ ভাজে ভাজে মিলি গৈছে। মই প্ৰকৃতিস্থ হবলৈ চেষ্টা কৰিছো। তেজৰ কণিকাবোৰে মোৰ গালে মুখে চুমা খাই খেলা কৰিছে। লাহে লাহে তেজৰ গতি-বেগ কমি আহিছে। মোৰ কামনা পূৰ্ণ হৈছে। মই উদ্দেশ্যত ফলৱতী হৈছো। ভগৱানে নৰৰূপী নাৰায়ণ ৰূপত মোৰ অন্তৰত স্থিতি লাভ কৰিছে। মোৰ সাধনাৰ ফল লাভ হব। দুই হাত পাতি আগৰ মই আপেলটো গ্ৰহণ কৰিছো। বাবাই নিজে কামুৰি দি গ্ৰহণ কৰাৰ পাছত মোক অৰ্পণ কৰিছে। আপেলটোত চাৰিটা দাঁতৰ স্পষ্ট দাগ। একেশাৰীতে সমান আবৃত্তিৰ তিনিটা। এটা অপেক্ষাকৃতভাৱে ডাঙৰ আৰু সামান্যভাৱে গভীৰ। ক্ষতচিহ্ন কেইটাই বাবাই দৃষ্টি আকৰ্ষণ কৰিছে। এটা ব্ৰতৰ মাজেৰে আপেলটো শেষ কৰিব লাগিব। ক্ষত ৰক্ষৰ দাগ কেইটা শেষ হোৱাৰ লগে লগে আপেলটোও শেষ হব। দশ আশীদিন বিভিন্ন 'আসন'ৰ মাজেদি অতিক্ৰম হব।

সীমা স্কুললৈ খাই বৈ গৈছে নে নাই কব নোৱাৰো। এওঁ আহি ঘৰ পাবলৈ এতিয়াও প্ৰায় দুঘণ্টামান বাকী। অন্তৰৰ কথাবোৰ, বাবাৰ নিৰ্দ্দেশৰ ব্ৰতবোৰৰ কথা একেজন মনৰ লগত মিল থকা মানুহক কব লাগিব। এওঁ আৰু এইবোৰ বৰকৈ বিশ্বাস নকৰে। বিশেষকৈ আজি কেইদিনমানৰ পৰা এওঁৰ মনটো বিষাদগ্ৰস্ত যেন দেখিছো। সহজ সৰল মানুহজনক কোনো প্ৰতাৰণা কৰা হোৱা নাইতো। প্ৰকৃতাৰ্থত প্ৰতাৰণা নহয়। মইতো এওঁৰ বুকুৰ মাজতে জীৱনৰ মূল্যবান সময়ৰ অমূলখিনি কটাইছো। অভিনয় কৰাৰ দৰে হৈছে নেকি? মই উত্তাপ অনুভৱ নকৰো। শৰীৰ ৰোমাঞ্চিত কৰিব পৰা এওঁৰ কোনো মাদকতা

নাই। সদায়ে নিৰুত্তাপ আৰু নিৰুদ্বিগ্ন। পূৰ্ণ বয়স্ক মতামানুহ এজন ইমান অচঞ্চল মোৰ চকুত নপৰে। আজিৰ তিথিটো বাৰু এওঁৰ মনত আছেনে? যদি নাই ভালেই। ময়ে মনত পেলাই দিম, কিন্তু তেওঁ যদি কোনো আকৰ্ষণ অনুভব নকৰে। মই অভিমান কৰিব লাগিব। অভিমান কৰি মোক প্ৰকাশ কৰাৰ চেষ্টা কৰিব লাগিব।

সমাজে জানে এওঁ মোৰ সমাজ, ধৰ্ম্ম আৰু হোমাগ্নিক সাক্ষী কৰি বৰণ কৰা স্বামী। এওঁৰ প্ৰতি মোৰ কৰ্ত্তব্য আছে। মই তেওঁৰ অৰ্দ্ধাঙ্গিনী। আচলতে অৰ্দ্ধাঙ্গিনী শব্দটোৰ তাৎপৰ্য্য বুজিবলৈ টান। মই অৱশ্যে সুখে দুখে তেওঁৰ অনুগামিনী। মই কৰা কামবোৰে এওঁক আনন্দ দিয়াই লক্ষ্য কৰিছো। মই অতীতো সুঁৱৰি চাইছোঁ। খোৱা-লোৱা, পিন্ধা, উৰা ফুৰাচকা আদিত এওঁৰ এটা শান্ত ৰুচি আছে। উগ্ৰতা নাই। উগ্ৰতা এওঁৰ স্বভাব বিৰুদ্ধ। মোৰ উগ্ৰ স্বভাবৰ লক্ষণ দেখা পালে এওঁ আৰু শান্ত হৈ পৰে। অনাহকত সমস্যাৰ সন্মুখীন হোৱাতো নিবিচাৰে। এনেকি মৃত্যু বা জন্মযো এওঁক বিশেষ অস্থিৰ কৰা মই দেখা নাই। অন্তৰ্দহন হোৱাও মোৰ স্থূল চকুত ধৰা পৰা নাই। সূক্ষ্ম দৃষ্টিৰেও মই এওঁক বিশ্লেষণ কৰিবলৈ যত্ন কৰি চাইছোঁ। সঁচাকৈয়ে বহুত বিষয়ত মানুহজন গুণী। মোৰ ওপৰত এওঁৰ এক গভীৰ আস্থা আছে। আচলতে গোটেইখন ঘৰ মোৰ দিহামতেই চলি আহিছে। কোনো দিনে কোনো কথাত হস্তক্ষেপ কৰা নাই। মোৰ ওপৰত আস্থা আৰু বিশ্বাস নাথাকিলে সামান্যভাবে হলেও এটা প্ৰতিবাদৰ সন্মুখীন হলোহেতেন। স্বামী হিচাবে এওঁ মোৰ নমস্য। মানুহজন ব্যক্তিকেন্দ্ৰিক নহয় অথচ সমাজৰ কামত আত্মনিয়োগ কৰিবলৈ সাহস থকা যেন নালগে। মানবেন্দ্ৰৰ লগত মই তুলনা কৰি চাইছোঁ। মানবেন্দ্ৰৰ কথাই বতৰাই, কামে কাজে এটা অহমিকাৰ ভাব ফুটি উঠে। প্ৰয়োজনীয় বা অপ্ৰয়োজনীয়ভাবে মানুহৰ সকলো কামতে জপিয়াই পৰে। মই জনাত মানুহে আচলতে মানবেন্দ্ৰক শ্ৰদ্ধা নকৰে, কিন্তু ভয় কৰে। ভয় কৰিব লগা কিটো আছে। তেওঁৰ ওপৰত মানুহবোৰৰ জীৱিকা নিৰ্ভৰ নকৰে। এতিয়াহে গম পাইছো, মানবেন্দ্ৰৰ চৰিত্ৰ অতি

কলুষময়। সেইবাৰ সেই লেডী ডাক্তৰনীজনীৰ কেলেঙ্কাৰীৰ মূল নায়ক নিশ্চয় মানবেন্দ্ৰ। মানবেন্দ্ৰৰ উৎপাতত বেচেৰী পলাবলৈ বাধ্য হল। মানুহক কিমান দিন ফাকি দিব। কথাটো কিন্তু ৰাষ্ট্ৰ কৰিলে নীতিশৰ লগত। ক্ষমতাত থকা মানুহৰ দোষবোৰ ফুটাই কবলৈ ভয় কৰে। এওঁক মই এই বিষয়ে কত যে সুধিলো। মানুহজন কি আচৰিত। একো নাজানে বুলি কলে। জানে আচলতে আদ্যোপান্ত সমস্ত। সাতে পাচে লগা মানুহ নহয়। সাধাৰণ মানুহৰ লগতে মিলামিছা কৰে। আমাৰ ঘৰলৈ আহিলে মোৰ আকৌ ভয়েই লাগে। কিবা অপযশৰ সম্মুখীন হব লাগে। মই পিচে কোনোদিন প্ৰশ্ৰয় দিয়া নাই। অলপ প্ৰশ্ৰয় দিলেই যে ঢলি পৰিব তাত কোনো সন্দেহ নাই। মোৰ ফালে যে কেতিয়াও দৃষ্টিপাত কৰিব খোজা নাই তেনে নহয়। বয়সে মানুহজনৰ গাত কোনো আচোৰ পেলাব পৰা নাই। খোৱা-লোৱা আৰু যাবতীয় খৰছত ভয়ানক হিচাবী। সীমাক লৈ প্ৰণীতাক লগ পাবলৈ বহুতদিন গৈছো। সদায় দেখিছো আমাৰ আদৰ আপ্যায়নৰ কোনো যেন ত্ৰুটি নহয় সেই বিষয়ে এটা সতৰ্ক দৃষ্টি। আচলতে হিচাবৰ যাতে কোনো লবচব নহয় তাৰেহে এটা পূৰ্ণ দৃষ্টি। হিচাব কৰি খৰছ কৰে। বিজানিবা ধনৰ মোনাত অঙ্কৰ ঘাটি পৰে। ইমানবোৰ টকা বা কি কৰিছে? অফিচৰ কাগজপাতি পৰীক্ষা কৰিলেহে বুজা যাব—কাৰ টকা আত্মসাৎ কৰিছে। টকাতো মানবেন্দ্ৰতকৈ আমাৰ এওঁ বৰ কম নপায়। বিশাতৰ পৰা অহা মানুহৰ প্ৰতি আমাৰ এটা দুৰ্ব্বলতা আছে। তেওঁলোকৰ এটা বেছি দাম আছে বুলি আমাৰ এটা হীন মনোবৃত্তি আছে। সঁচাই মিছাই কিছুমান কামৰ অজুহাত দেখুৱাই অলৈ তলৈ অহা যোৱা কৰে। চৰকাৰৰ পইচাৰ শ্ৰাদ্ধ কৰিলে। চৰকাৰখনো যে হৈছে। মানুহ কেৱল এজনহে আছেনে? কিয় দেশী ডিগ্ৰিবোৰে যদি কোনো কাম নকৰে দেশীয় অনুষ্ঠানবোৰ চৰকাৰে বন্ধ কৰি নিদিয়ে কিয়? আমাৰ এওঁক মই কতবাৰ যে কলো। আপুনিও এবাৰ চেষ্টা কৰি নেচায় কেলেই। বিলাতত নেযায়, কলিকতা, দিল্লী এইবোৰৰে কোনোবা এখনত টাইটেলৰ নেজডাল কিছু দীঘল কৰক। হোমিওপ্যাথিক

কিবা বিজ্ঞানৰ শাখাত নপৰে নেকি ? মোক বখি থাকিবলৈ কি দৰ্কাৰ পৰিছে। মইতো ইমান আকৰী নহয় যে দুটা বা তিনিটা বছৰ চলিব নোৱাৰিম। মোৰ প্ৰতি এওঁৰ এটা দুৰ্ব্বলতা আছে। এবি থাকিবলৈ সাহস নকৰে। অথচ কোনো প্ৰকাশ নাই। নিৰ্লিপ্ত নিৰ্ব্বিকাৰ। আচ-লতে এওঁৰ আত্মবিশ্বাস কম যেন লাগে। সাহসেই সিদ্ধি। মোৰ ফালৰ পৰা যিমানখিনি অনুপ্ৰেৰণা যোগাব লাগে তাৰ ত্ৰুটি কৰা নাই। মানুহজনৰ গতিয়েই ধীৰ। কোনো চঞ্চলতা নাই। খৰস্ৰোতা নদীৰ দৰে নহয়। গভীৰ জলৰাশিৰ মহাগাসৰৰ দৰে নিৰুদ্বিগ্ন। কোনো আত্ম-প্ৰকাশৰ প্ৰচেষ্টা নাই। মানবেন্দ্ৰৰ লগত মই ৰিজাই চাইছো। প্ৰায় সমবয়সীয়া দুজন মানুহৰ গতিৰ মাজত এক বিৰাট ব্যৱধান। মানবেন্দ্ৰৰ আকৰ্ষণ কৰিব পৰা যে এটা বিশেষ গুণ আছে সেই কথা সঁচা। মই কিমানদিন কৈছো। গতিৰ বেগ বঢ়াবলৈ যত্ন কৰিব লাগে। তেওঁৰ ভৰৰ ওপৰত মোৰ চাপ আৰু তাপক অনুঘটক হিচাবে ব্যৱহাৰ নকৰে কিয় ? সভা-সমিতি আৰু সামাজিক কামত কিছু প্ৰবৃত্ত হওক। দেখিব লাহে লাহে সমাজত প্ৰতিষ্ঠা লাভ কৰিছে। বৰ্ত্তমানৰ পৃথিৱীত গতি-বেগৰ প্ৰভাৱে এটা আলোড়নৰ সৃষ্টি কৰিছে। তুলনামূলকভাৱে এওঁ গতিবেগ বঢ়াব লাগিব। মহাসাগৰবোৰ সূৰ্যৰ দৰেই শক্তিশালী। তাৎপৰ্য্যৰ সাধাৰণ ব্যৱধান হয়তো আছে। এওঁ হৈছে মহাসাগৰৰ দৰে। তলিত কিমান মুকুতা। কিমান ৰত্ন গৰ্ভা। কত নদী মহানদী সাগৰৰ বুকুত বিলীন হৈছে। অথচ লোকচক্ষুৰ অন্তৰালত। মানুহে ৰত্নসম্ভৱা বুলি অনুভৱ কৰিবলৈ নিজে প্ৰকাশৰ পথ নিৰ্দ্ধাৰণ কৰিব লাগিব। মানবেন্দ্ৰ হৈছে সূৰ্যৰ দৰে তীব্ৰ। তীব্ৰতাত মানুহৰ চকু স্থিৰ হয়। তাপৰ সোঁতে সোঁতে আৰু ঢৌৱে ঢৌৱে মানুহৰ মাজত মানবেন্দ্ৰ প্ৰৱেশ কৰে। মানুহে তেওঁৰ অস্তিত্ব অনুভৱ কৰে। অস্তিত্ব অনুভৱ কৰিবলৈ মানবেন্দ্ৰই মানুহক বাধ্য কৰিছে। এইটো আত্ম-প্ৰকাশৰ এটা ভঙ্গি। এটা পথ। মানবেন্দ্ৰ জীয়াই থাকিবলৈ শিকিছে। মানব সমাজত এটা স্থান জোৰকৈ অধিকাৰ কৰি লৈছে। অথচ মানবেন্দ্ৰ কিমান অসৎ গুণৰ এজন দুষ্ট মালিক। মানবেন্দ্ৰৰ কাৰণে

মোৰো বিয়াৰ প্ৰস্তাব আহিছিল। প্ৰত্যাখান কৰিলে। কৰিলে মানবেন্দ্ৰই নিজে। মইতো মানবেন্দ্ৰক কোনোদিন অশ্ৰদ্ধা বা অসম্মান কৰা নাছিলো। মোৰ মা দেউতায়ো কৰা নাছিল। প্ৰণীতাৰ তুলনাত মইতো কোনোগুণে কম আকৰ্ষণীয় নাছিলো। সামাজিক স্থানত প্ৰণীতাৰ দেউতাকৰ স্থান মোৰ দেউতাতকৈ কোনো গুণে উচ্চ স্তৰৰ নাছিল। স্কুল কলেজীয়া শিক্ষাৰ ওপৰততো মানুহৰ জ্ঞানৰ পৰিমাণ নিৰ্দ্ধাৰিত নহয়। আচল কথা মই নজনাকৈয়ে প্ৰণীতাই মানবেন্দ্ৰক বশ কৰি পেলাইছিল। এই ছোৱালীবোৰ ইমান চালু। অথচ মই এটা সুতীক্ষ্ণ নজৰ মানবেন্দ্ৰৰ ওপৰত ৰাখিছিলো। নোৱাৰিলো। মই হাৰি গলো। মই কোনোদিন স্বীকাৰ কৰিবলৈ বাধ্য নহওঁ যে প্ৰণীতা মোতকৈ কিবা গুণত শ্ৰেষ্ঠ। মোৰ কি নাছিল। মই জুই শিখাৰ দৰে চঞ্চল আৰু তাপকেন্দ্ৰ আছিলো। মোৰ কাৰণে কিমান লৰাই দেই পুৰি অন্তৰ্দহনত ভুগিছে। পদাৰ্থ-বিজ্ঞানত মই সম্মানসহ স্নাতক। ইমান কঠিন বিষয় এটা প্ৰণীতাৰ সাধ্যৰ অতীত হলহেঁতেন। ৰসায়ন বিষয়ত আকৌ কিহৰ মৌলিক চিন্তাৰ প্ৰয়োজন। ৰসায়ন বিজ্ঞানক মই কোনোদিনেই গুৰুত্ব দিয়া নাই। মুখস্থবিদ্যাৰ এটা ঢোল। পৃথিৱীত আজি যিমানবোৰ চমকপ্ৰদ আবিষ্কাৰে মানুহৰ মাজত ভাবৰ হিল্লোলৰ সৃষ্টি কৰিছে সেইবোৰৰ সৰহখিনিয়ে পদাৰ্থ বিজ্ঞানৰ বৰঙণি। পদাৰ্থ-বিজ্ঞানাযে পৃথিৱীখনক যিমান ৰঙীনকৈ সজাব খুজিছে তাত ৰসায়ন বিজ্ঞানৰ ভূমিকা কিমান। এম, এছ, ছি, মযো পঢ়িব পাৰিলো-হেঁতেন, কিন্তু নহল। সময় আৰু ভাগ্যই মোৰ ওপৰত এটা আগা-গোৰা অবিচাৰ কৰি আহিছে। মই তুলনা কৰি চাইছোঁ। মোৰ মানসিক যি অন্তৰ্দ্বন্দ্ব, মোৰ লগৰ আন কোনোজনীৰ জীৱনত সি হোৱা নাই। পদাৰ্থ বিজ্ঞানৰ ছাত্ৰী হিচাবে মই পূৰ্ব্বজন্ম বা পৰজন্ম বিশ্বাসী নহয়। অথচ বাস্তৱ জীৱনত মই সঁচাকৈয়ে হাৰি যোৱাৰ দৰে লাগিছে। হাৰি যাম বুলি মই আতঙ্কগ্ৰস্থ হৈছো। অথচ মোৰ কোনো অপৰাধ ধৰা মনত নপৰে। ঘৰুৱা আৰু সামাজিক সংস্কাৰে মোৰ ওপৰত লাহে লাহে এটা প্ৰভাব বিস্তাৰ কৰিব ধৰিছে। অদৃশ্যমান

ভগৱান এটাৰ ওপৰত মোৰ কোনো আস্থা নাছিল। তাবিজ কবচৰ ওপৰত মোৰ এটা অশ্রদ্ধা আছিল। অথচ বাস্তবৰ সমস্যাৰ মুখামুখীত মই হাৰি যোৱাৰ উপক্রম হৈছে। সকলো ক্ষেত্রতে মই এজন পৰাজিত সৈনিকৰ দৰে অনুভব কৰিছোঁ আৰু যিমানে মই চিন্তা কৰিছোঁ সিমানে ক্রমে দুর্ব্বল আৰু অসহায় অনুভব কৰিছোঁ। আজি দেখিছো মোৰ শিক্ষাও যেন অপূর্ণ। সামান্য ত্যাগ স্বীকাৰ কৰিলে মই আজি আত্মনির্ভৰশীল হৈ অর্থনৈতিক দিশত কিছু বৰঙণি যোগাব পাৰিলোহেঁতেন। নহ'ল, এবো নহ'ল। সীমা, ভণ্টী, ময়নাৰ জন্মই মোক বৰ দুর্ব্বল কৰি পেলালে। মোক আজি হাতত ধৰি তুলিবলৈ কোনো আশ্রয় নোহোৱা হ'ল। এটি মাত্র পুত্র সন্তান হোৱাহেতেন তাক মই ভাস্কৰৰ দৰে সুতীব্র আৰু উজ্জ্বল কৰি তুলিলোহেঁতেন। মোৰ সমস্ত শক্তি প্রয়োগ কৰি তাক সমাজত প্রতিষ্ঠা কৰিলোহেঁতেন। হে ভগৱান, তুমি মোৰ অন্তৰৰ সকলো কথা জানা। তুমিযে মোৰ একমাত্র সম্বল আৰু সাৰথি। তুমি মোক তোমাৰ চৰণত স্থান দি আশীর্ব্বাদ কৰা। মই যুদ্ধত জিকিবই লাগিব।

এওঁ উভতি আহোতে আজি আনদিনতকৈ বেছি দেৰি কৰিলে। এওঁ সময়ৰ কোনো খবৰেই নাৰাখে। এওঁৰ অবিহনে চৰকাৰ অচল হৈ যাব বুলি ভাবে। ভাল চাকৰীযাল পাইছে। দৰমহা বঢ়া শুনা নাই। কামৰ দায়িত্ব অনুসৰি দৰমহাৰ এটা সামঞ্জস্য থাকিব লাগে। মানবেন্দ্রই হেনো এওঁতকৈ প্রায় পাঁচশ টকা বেচি পায়। টুৰৰ কথাতো বেলেগেই। কামৰ অজুহাত দেখুৱাই ফাকি মাৰি মাৰি চৰকাৰক ডুবাব যেন পাইছো। কাম কম দৰমহা বেছি ই কি ধৰণৰ নীতি।

সীমাজনীৰ গাটো আজি বৰ ভাল নহয়। শুই আছে। মুখখন কান্দোনমুৱা হৈ আছে। ইমান সুধিলো। মুখেৰে এবো নামাতিলে। জ্বৰ উঠিছে নেকি মূৰে কপালে হাত দি চালো। মুঠা যেন লাগে। অথচ মুখখন ইমান করুন দেখিছো। ভণ্টী পঢ়ি আছে। ময়নাৰ কাৰণে এওঁ আজি কিবা এটা আনিম বুলি কৈছিল। পাহৰিলে হবলা। ঘৰৰ কথা কিয় মনত থাকিব। মানবেন্দ্রৰ কবলত পৰিলে

মানুহক আৰু ভুতে পাব নালাগে। এই মানুহজনে কিয় বাৰু মোক ইমান শাস্তি দিবলৈ আৰম্ভ কৰিছে। মোৰ ওপৰত কিহৰ প্ৰতিশোধ লোৱাৰ পৰিকল্পনা। নিশ্চয় প্ৰণীতাৰে কোনো দুৰভিসন্ধি হব। মোৰ পৰিয়ালত এটা অশান্তিৰ জুইবাহ অগ্নি থকাৰ কাৰণে এটা অভিনব আচনি যেন অনুমান হৈছে। মানুহ ইমান হিংসুক হব পাৰে মই কল্পনাই কৰিব নোৱাৰো। অথচ ৰাস্তাই ঘাটে লগ পালে হাঁহি মাৰি যিটোহে কথাৰ টোপোলা মেলিব খোজে। মোৰ গা শিৰ শিৰ কৈ উঠে। ইমান অসভ্য এই মানুহজনী। মই হেনো এতিয়াহে বিযাত সোমোৱাৰ বয়স হৈছে। ইমান মিছা কথাবোৰ কব পাৰেনে? সদায চাকৰৰ ওপৰত নিৰ্ভৰ কৰি চলিব পাৰিলে মোৰো নিশ্চয় শৰীৰৰ মসৃনতা প্ৰণীতাতকৈ কম নাথাকিলহেঁতেন। মন সাগৰৰ ঢৌত থেকা খাই খাই ক্ষত বিক্ষত নোহোৱা হলে মোৰ দেহতো জুইশিখা জ্বলাবলৈ ইন্ধনৰ ত্ৰুটি নাছিল। লৰাৰ মাক হ'ল বাবেই ইমান কিহৰ অহঙ্কাৰ। যেতিয়া লৰাই জ্বলাবলৈ আৰম্ভ কৰিব তেতিয়াহে বুজিব জ্বালাৰ তাডনা কি? ডাঙৰ লৰাটো যে হৈছে। সি দেখুৱাব মজা। ইমান অহঙ্কাৰী লৰা মই লগেই পোৱা নাই। এতিয়াৰ পৰাই গৰীৱ ধনীৰ পাৰ্থক্য বুজি পোৱা হৈছে। ইমানকৈ কলো সেইদিনা চাহ একাপ খাই যাবলৈ। নাই চাহ খোৱা বোলে অভ্যাসেই কৰা নাই। পৰৰ পইচাৰে গাখীৰ খাবলৈ পালেনো কোনোবাই চাহ খাব নে? ইয়াৰ প্ৰতিক্ৰিয়া এদিন ফলিবই ফলিব। ই কেৱল বিজ্ঞানৰ ক্ষেত্ৰতে প্ৰযোজ্য নহয়। কাম অনুপাতে ফল, ই ধ্ৰুৱপ, অৱশ্যম্ভাবি।

মোৰ আজি মূৰটো কিবা পাতল পাতল লাগি আছে। কিয় যে কবই নোৱাৰো। এওঁ একাপ চাহ খালেহেঁতেন নেকি? নে মানবেন্দ্ৰই অফিচতে ঘুৰাই বুৰাই পঠিয়াইছে। ভদ্ৰলোকক দেখোন চাৰে চাৰি-মাৰ বজাতে এইফালে যোৱা দেখিলো। আজি কেৱল সাধাৰণভাৱে খাই বৈ শুই থাকিম। দিনটো উপবাসে থাকি গাটো অলপ দুৰ্ব্বল অনুভব কৰিছোঁ। মোক দেখোন আচল কথাটো এওঁ সোধাই নাই। বাবালৈ আগবঢোৱা প্ৰসাদ অলপ এওঁৰ আগত দিলো। বাবাই

কামুৰি দিয়া আপেলটো আনি দেখুৱালো। ইয়াৰ কিবা অৰ্থ উলিয়াব পাৰি নে সুধিলো। মই কৰা বিশ্লেষণখিনি তেওঁৰ আগত ডাঙি ধৰিলো। একশাবিয়ে তিনিটা সমান গভীৰ ছাপ। বাকীটো ইয়াৰ তুলনাত আৰু গভীৰ আৰু প্ৰকট। ইয়াৰ কিবা তাৎপৰ্য্য আছে বুলি ভাবিয়ে মই ইয়াত কামোৰ এটাকে মৰা নাই। ইয়াৰ কিবা এটা অৰ্থ নিশ্চয় হব। এইটো সাধাৰণ ভৌতিক পৰীক্ষা। সাধাৰণ ভৌতিক পৰীক্ষাৰ জৰিয়তে গধুৰ মৌলিক মূল্যবান তত্ত্বৰ আবিষ্কাৰ কৰিব পাৰি। মই ইয়াৰ এটা মূল্যাঙ্কন কৰিছোঁ। এওঁ যে কোনো গুৰুত্ব নিদিয়ে সেই কথা মই বুজিছিলো। তথাপি কিবা অৰ্থ কৰিব পাৰি নেকি সুধি চালো। অলপ চিন্তা কৰিবলৈকো কলো। দুয়োজনৰ চিন্তাৰ মূৰ দুয়োপিনে যদি লগ লাগি যায় এটা ডাঙৰ সত্যৰ উদ্ঘাটন হৈ যাব।

মোৰ কাৰণে যে আজি এটা মহাপুণ্য তিথি সেইকথা এওঁক পাকে প্ৰকাৰে বুজাবলৈ যত্ন কৰিছোঁ। বুজিও নুবুজাৰ ভাও ধৰা যেন লাগে। এবাৰো মোক নুসুধিলে আজিৰ দিনটোৰ তাৎপৰ্য্য কি। মানুহজন যিমান নিৰ্বিকাৰ বুলি ভাবিছিলো তাতোকৈ বেচি নিৰ্বিকাৰ। বৰং আনদিনতকৈ আজি তেওঁ আৰু বেছি নিৰ্লিপ্ত হোৱা যেন লাগিছে। মানুহজনে কিবা গম পাইছে নেকি? গম পোৱাৰতো কোনো সম্ভাবনা থাকিব নালাগে।

এটা সময়ত মই আত্মবিস্মৃত হৈ আছো। যেতিয়া মই বিদ্যুৎ তৰঙ্গৰ প্ৰভাৱত আকণ্ঠ মদিৰা পান কৰি আপ্লুত হৈছো, যেতিয়া মই নিবিড় অতি নিবিড হৈছো, যেতিয়া মই আদিম অনুভূতিৰ পৰশত উদগ্ৰ হৈছো, যেতিয়া মোৰ শিৰাই শিৰাই ৰক্ত প্ৰবাহৰ সোঁত খৰ-স্ৰোতা আৰু চঞ্চল হৈছে, যেতিয়া মোৰ হিয়াৰ পৰশমনিৰ চিন্তাত সমগ্ৰ সত্তা এক অনাবিল আনন্দত বিলীন কৰি দিছো তেতিয়া সাক্ষী আছিল এটা বিশেষ সময়ৰ সঙ্কেট, সাক্ষী আছিল মোৰ এক মধুৰ স্বপ্নৰ অনুভূতি আৰু স্থিতি। আৰু হয়তো সাক্ষী আছিল মোৰ সৃষ্টিৰ অধিকৰ্ত্তা, যি জ্বলি আছিল এক দীপশিখাৰ আকাৰত। মিছা কল্পনাক

আশ্ৰয়দি মানসিক বেদনাত কষ্ট ভোগাৰ কোনো কাৰণ নাই। ধৰা পৰাৰ কিটো আছে। কোনে জীৱৰ সৃষ্টি হৈছে য'ত বীজ অঙ্কুৰিত হোৱা নাই। শালীনতা, অশালীনতা এইবোৰ হৈছে ধৰ্ম্মৰ ভাষা, মঞ্চৰ ভাষা আৰু উপদেশৰ ভাষা। আৰু এইবোৰ শব্দৰ প্ৰযোগ বেছিকৈ কোনে কৰে? যিযে ভিতৰি ভিতৰি অসম্ভৱভাবে কলুষ, যাৰ সৎগুণৰ সম্পূৰ্ণ অভাৱ, যি নিজক ঢাকি ৰাখিবলৈ যত্ন কৰে, যিযে মহান হবলৈ যত্ন কৰে মাথোন উদাহৰণ দি কিন্তু আদৰ্শ দেখুৱাই নহয়, যিয়ে কেবল পৰনিন্দা পৰচৰ্চ্চা কৰি ভাল পায়, সেইবোৰৰ দৃষ্টিত মই হয়তো ধৰা পৰি গৈছো। ইযাত ধৰা পৰাৰ কি আছে। এইটো ঠিক যে বাবাৰ অসম্ভৱ ক্ষমতা আছে। এক অদ্ভুত ধৰণৰ আকৰ্ষণ আছে। যি কোনো ৰমণীক বশ কৰিব পৰা ক্ষমতা বাবাৰ আছে। জ্ঞান, গৰীমা, পাণ্ডিত্য কিমান আছে মই নাজানো। কিন্তু ধৈৰ্য্য, স্থৈৰ্য্য, সৌম্য, সুষমা, গৰীমা আদি ভালেমান গুণ আছে। পাণ্ডিত্যই মানুহৰ জীৱন সৰ্ব্বস্ব হব নোৱাৰে। বিভিন্ন ক্ষেত্ৰত বিভিন্ন গুণৰ প্ৰয়োজন আৰু প্ৰয়োগ আছে। বিভিন্ন কাৰণত বিভিন্নজনে ভিন ভিন গুৰু বাচি লয় আৰু উপাসনা কৰে। উপাসনা কৰাৰ একোটা মৌলিক কাৰণো থাকে। একেজনেই আকৌ বিভিন্ন সময়ত ভিন্ন গুৰুৰো আশ্ৰয় বিচাৰে। এযা এটা নিয়ম, কেবল এখন সমাজৰ নহয়, এযা সমগ্ৰ মানব সমাজৰ নিয়ম। গুৰু উপাসনাৰ মোৰো স্বকীযা কাৰণ আছে। ৰমলা, বীণা, সীতা সকলোৰে উপাসনাৰ কাৰণ আছে। কাৰণ ব্যতিৰেক গুৰু উপাসনা অসম্ভৱ। বহুতে আকৌ এনেযে জ্বলে। প্ৰত্যক্ষভাবে আগবাঢি অহাৰ সাহস নাই। অন্তৰালত কটু নিন্দাৰ মূল্যই বা কিমান। যদি সাহস থাকে ভেটা-ভেটি হোৱা। নাই এই দুৰ্ব্বল চিন্তাবোৰক কোনো প্ৰকাৰে প্ৰশ্ৰয দিব নোৱাৰি। সমস্ত দেহ মন দি মই ধৈৰ্য্য ধৰিব লাগিব। সম্প্ৰতি মই কঠোৰ ব্ৰতত ব্ৰতী হব লাগিব। এই কঠিন পৰীক্ষাত উত্তীৰ্ণ হব নোৱাৰিলে মোৰ জীৱনটো নিষ্ফল হৈ যাব। তাক মই কোনোমতেই হব দিব নোৱাৰিম।

সীমাজনী সেই আবেলিবে পৰা মনটো মাৰি আছে। এৰেণ্ডা নোখোৱা নোবোৱাকৈ শুই আছে। গাটো দেখোন ঠাণ্ডাই আছে। জ্বৰ জ্বৰ লগা বুলি কৈছিল। জ্বৰ কিন্তু উঠা নাই। স্কুলৰ পৰা আহি চিত্ৰা, বিচিত্ৰাহঁতৰ লগত কিছুসময় খেলি আছিল। তাতে কোনোবাই কিবা কলে নেকি? সেই ঘৰখন এখন কুৎসিত আলোচনাৰ অড্ডা হৈছে। ছুনীয়াৰ মাইকীবোৰে তাত বহি নানাজনৰ বটু সমালোচনা কৰে। কাম-বন নাই, কেবল পৰনিন্দা, পৰচৰ্চ্চা কৰে। কথাই বতৰাই কিন্তু চিত্ৰাৰ মাকজনীক ভাল যেনেই লাগে। কাৰ পেটত বিমান মযলা আছে তাক গাব ৰ, দেখি বুজা টান।

গোটেই দিনটো উপবাসে থাকি গাটো যিমান ছুৰ্ব্বল লাগিব লাগিছিল সিমান নাই লগা যেন পাওঁ। মোৰ কাৰণে এই দিনটো এটা বৰ পবিত্ৰদিন হিচাবেই লৈছো। আপেলটো এটা নিৰ্দ্দিষ্ট সময়ৰ ভিতৰত শেষ হব লাগিব। বুকুখন সাম্যভাবে বিষোৱা যেন লাগিছে। এই বুকুখন মই আজি উদং কৰিব নোৱাৰিম। তাত থকা স্থুস্পষ্ট দাগটো সযতনে ঢাকি ৰাখিব লাগিব নুশুকায মানে। এওঁৰ হাতত ধৰা পৰি যাওঁ বুলি ভয় লাগি আছে। মযনাৰ কাণ্ড বুলি ফাকি এটা হয়তো দিব লগাত পৰিব পাৰে। মানুহজনক বাৰু প্ৰতাৰণা কৰা হৈছে নেকি? তেওঁ জানো মোক কম প্ৰতাৰণা কৰিছে। বংশানুক্ৰমৰ যিডাল সূতাই নিৰবিচ্ছিন্নভাবে অনন্তকাল গতি কৰে তাৰ যদি ইযাতেই ছেদ পৰে তাৰ কাৰণে দাযী হযতো মোকেই কৰিব। সমাজৰ বিচাৰত মই দোষী হৈ যাম। মোৰ গৰ্ভধাৰণৰ এক অপূৰ্ণাঙ্গ কৌশলৰ কাৰণে দাযী মোকেই কৰিব ই ধুৰূপ। সাক্ষী মোৰ একমাত্ৰ ভগবান। মোৰ সমস্ত দেহমন আৰু শক্তি আৰম্ভণীৰে পৰা প্ৰয়োগ কৰি হাৰি গৈছো। বচা বচা বীজ লৈ মই ক্ষেত্ৰত ৰোপণ কৰি কাম্য ফল পোৱা নাই। এই ফলে মোৰ বাকী জীৱনৰ পথ অত্যুচ্চ পৰ্ব্বত আৰোহণৰ পথৰ দৰে কৰিব। পাৰ্থিব জ্বালা-যন্ত্ৰণা আৰু কিমান সহ্য কৰিম। ভগৱানৰ এয়া কুট কৌশল নহযতো। পূৰ্ব্বজন্ম, পৰজন্ম এইবোৰৰ তেনহলে কিবা তাৎপৰ্য্য আছে নেকি? বৈজ্ঞ নিক দৃষ্টিভঙ্গিৰে

চাপে নাই যেন লাগে। কিন্তু শব্দ তৰঙ্গ যদি বতাহত ভাহি থাকিব পাৰে, পানাত যদি বিদ্যুৎ শক্তি লুকাই থাকিব পাৰে, বিভিন্ন তৰঙ্গৰ গতি, স্থিতি আৰু বিস্তৃতিয়ে যদি বিভিন্ন ধৰণে ক্রিয়া কৰিব পাৰে মোত যি নিহিত শক্তি সি আগতে নাছিল বা পিছত নাথাকিব সেই কথা অবিশ্বাস কৰাৰো কোনো কাৰণ থাকিব নোৱাৰে। আজিৰ দিনটোকৰা মই এটা বিশেষ গুৰুত্ব দিছো। কিন্তু এই গুৰুত্বৰ যদি কোনো ফল লাভ নহয়। যি ফল আশা কৰিছো তাৰ সলনি যদি অন্য ফল হয়। মোৰ সপোন যদি দিঠকত পৰিণত নহয়। তেতিয়া মই কি কৰিম বা মোৰ কৰ্ত্তব্য কি হব? ইমান দুশ্চিন্তাত কাল অতিবাহিত কৰিবলৈ ভগবানে বা মোৰ কিয় সৃষ্টি কৰিলে কব নোৱাৰো। মোৰ জন্ম যদি নহ'লাহঁতেন পৃথিৱীৰ কি ক্ষতি হ'লহেঁতেন। কৌটি কৌটি নৰনাৰীৰ মাজত মোৰ অবস্থিতি বা অনুপস্থিতিয়ে কোনো উল্লেখযোগ্য ভূমিকা গ্রহণ কৰাৰ থল মই দেখা পোৱা নাই। মোৰ স্থিতিয়ে পৃথিবীৰ মানব সমাজত যদি কোনো বৰঙণি যোগাব নোৱাৰে, ক্ষতি কৰাৰো কোনো স্থল থাকিব নোৱাৰে। তেনেহলে মোৰ এই উদ্বিগ্নতাৰ কাৰণেই বা কি? দুশ্চিন্তাত কাল কটোৱাৰো কোনো প্রযোজন নাই। কতজন মহাজনৰ সৃষ্টি হল, বিনাশ হল, পৃথিৱীৰ কোনো পৰিবৰ্ত্তন নহ'ল। অনাদি অনন্ত কালৰ বুকুত মোৰ জন্মৰ স্থায়িত্বই বা কিমান। মই থকা নথকালৈ বিশ্বব্রহ্মাণ্ডৰ কোনোৱে মূৰ গৰম কৰাৰ প্রযোজন বোধ কৰা নাই। যিবাৰ চিন্তাগ্নি আজি দাবাগ্নি হৈ মোৰ অন্তৰ দহন কৰিব ধৰিছে সেই দহনে মোকেই কেবল জ্বলি জ্বলি নিশেষ কৰাত সহায় কৰিব। মোৰ বেদনাৰ অংশীদাৰ হবলৈ স্বামীযেও কোনোদিন অবসৰ পোৱা নাই বা সমবেদনা জনাবলৈ কোনো প্রযো-জন অনুভব কৰা নাই। তেওঁ এই সূক্ষ্ম চিন্তা কেতিয়াবা কৰি চোৱা বুলি মনে নধৰে। আত্মকেন্দ্রিক মানুহে সাৰে থাকিও শুই থকাৰ ভাও জোৰে। এই মানুহজনক লৈ মোৰ আহুকালৰ সীমা নোহোৱা হৈছে। অকনমান সন্তাপ সামান্য সহানুভূতিৰ ইঙ্গিত অকন-মান সমবেদনা জনালে মই কিমান সাহস পালোহেঁতেন জীয়াই।

থকাৰ এটা অর্থবোধ হ'লহেঁতেন। মোৰ জীৱনটো এটা প্রহেলিকাত পৰিণত হল। মোৰ এই অৱস্থাক মানুহে উপহাস কৰে, উপলুণ্ঠা কৰে। মোৰ দুৰ্ব্বলতাখিনি হয়তো মানুহৰ চকুত ধৰা পৰি গৈছে। মই ৰসকথাৰ এটা আলোচ্য বিষয় হৈ পৰিছোঁ। কি দুৰ্ব্বহ জীবন এটা ধাৰণ কৰিছোঁ। মূল্যহীন, অর্থবিহীন, বৈচিত্র নথকা এটা অথৰ্ব্ব জীবন। সম্প্রতি ভগবানেই মোৰ একমাত্র সহায় আৰু সম্বল। তেওঁৰ দয়াতে মই বাচি থাকিব লাগিব। অন্য কোনো প্ৰেৰণা নাই। তেওঁ মোৰ সাম্প্রতিক জীৱন যাত্রাৰ লগৰীয়া। সুখৰ কল্পনা কৰি কৰি দুখৰ বোজা কঢ়িয়াই জীৱনটো পঙ্গু কৰি পেলালো। সোণালী সপোন ভাঙি চুৰমাৰ হৈ গ'ল। ভগৱানৰ চৰণ চুমি মই জীবন পথত অৱতীৰ্ণ হৈছো। অথচ এই সত্যৰ উদঘাটন কৰোতে মোৰ জীৱনৰ এটা উল্লেখযোগ্য অধ্যায় অতীত হ'ল। হে ভগৱান মই তোমাৰ আদেশ গ্ৰহণ কৰিছো। তোমাৰ ইঙ্গিতক নই নিষ্ঠাৰে কামত লগাইছো। মোৰ কামৰ সমস্ত পাপ আৰু পুণ্য তোমাত অৰ্পন কৰিছো। বিচাৰ তুমিয়ে কৰিব লাগিব। মানুহৰ দৰে বাচি থাকিবলৈ, সমাজত মূৰ তুলি থিয় হবলৈ মই যত্নৰ কোনো ত্ৰুটি কৰা নাই। ভুল যদি কৰিছোঁ সেই ভুলৰ কাৰণো ভগৱান তুমিয়েই। হে ভগৱান তোমাৰ এই অভাগা সন্তানক দয়াৰ চকুৰে চাবা। মনৰ সন্তাপ গুচোৱা। মোৰ স্বামী নিষ্কলুষ কিন্তু তৃপ্ত কৰিব নোৱাৰে এটি দগ্ধ প্ৰাণ। যন্ত্ৰণাকাতৰ এটি হৃদয়। জ্বালাৰ উপশম কৰিবলৈ বাচি লৈছোঁ এটি স্বকল্পিত পথ।

মনটো ইমান চঞ্চল হব পাৰে বুলি ভবাই নাছিলো। এটা অস্থিৰতাই মোৰ ওপৰত অহেতুক প্ৰভাব বিস্তাৰ কৰিছে। ইমান চিন্তাকাতৰ হোৱাৰ কি কাৰণ? যি হবৰ হল তাৰ চিন্তাও অন্ত হল। নাই নাই আৰু ভাবিব নোৱাৰি। মোৰ মূৰটো আচন্ধ্ৰাই কৰি আনে।

সদায় একে কামবোৰ কৰি কৰি কেতিয়াবা খুব বিৰক্ত বোধ কৰো। কাম কৰা ছোৱালী এজনীৰ কথা চিন্তা কৰিও ৰাখিব পৰা নাই। আপদবোৰ চপালে ৰা আকৌ কিমান অশান্তি বাঢ়ে।

ইহঁতকৈ নতুন অভ্যাস চপাই লবলৈ মনটো সঙ্কুচিত হয়। বাচি থাকিবলৈ হলে খাব লগাত পৰে। বন্ধাৰটো কৰিবলৈ কোনো কালে জীয়া শিক্ষা নালাগে। অথচ কাম এটাও যোগাৰ কৰি লব পৰা নাই। চাকৰি এটা কৰিব পাৰিলে মনটো কিছু মুকলি লাগিলহঁতেন নিজানি। নোৱাৰিলো কাতো এটা যোগাৰ কৰি লব। বি এচ ছি পাচ কৰি বেকাৰী হোৱাৰ মন নাই অবশ্যে পোৱাও নাই। চাম বুলি কোনো সাম্ভ। অবশ্যে ভালেমান পালো। ইমান আন্তৰিকতাবিহীন এই মন্তব্য। নটৈ অক নোৱাৰি। সীমান্তলৈকে উঠাব পাৰিলে বৰ ভাল আছিল। ভটাজনী যে কেতিয়া শুলে গমেই নাপালো। উঠি হলে তাইক ভাত কেইটা খুৱাব লাগিব। সামাক উঠাবলৈ বেছি কষ্ট কৰিব নলাগে। মাতিলেই উঠে। ময়নাক এবাৰ এনেয়ে উঠাবই লাগিব। সদা আৰু উৎকণ্ঠাই মোক কোনোদিন এই যন্ত্রণা ভোগবলৈ দিয়া নাই। কপালত দুখ থাকিলে তাক খণ্ডাব নোৱাৰি। এইবাৰ আকৌ ভাবনাটো লিকটো এইৰ নিচিনা লাগিয়েই আছে। আজিকালি ফাগুন। মাজত বতাহটো খুব মিঠা হয়। ৰাতিটোৰ আমেজে দেহমন জুৰ কৰে। এই বিচনাখানে মোৰ দিনটোৰ সমস্ত ভাগৰ কাঢ়ি নিয়ে। ৰাতিপুৱা বেচ সাৰ্জ অনুভৱ কৰো। আজি কিছুদিনৰ পৰা যেন অলপ ভাগৰ ভাগৰ অনুভৱ কৰো। খাই বেশুৰ লাগিল। গোটেইটো দিন নানা চিন্তাৰ মাজত অতিবাহিত হল। মানুহজনে কোনো মতামত ব্যক্ত নকৰিলে। বাবাৰ লগত বা মোৰ কি কথা চিন্তা কৰিছে বোৱা টান।

মানুহজনৰ ভিতৰত যে কিবা দুখ আছে মই লাহে লাহে লক্ষ্য কৰিছো। দাম্পত্যিনী হিচাবে মই তেওঁৰ সুখ-দুখৰ লগৰীয়া। এই মানুহজনৰ ভিতৰৰ খবৰ মই কোনো দিনেই পোৱা নাই। যথেষ্ট দুখ কষ্টৰ মাজত অতিবাহিত কৰা এটা জীৱন। ঘৰখনৰ যন্ত্রণাত মানুহ জনে জীৱনৰ শান্তি মেলাতে হাবু-দাবু খাইছে। ঘৰজনাৰ অৱস্থা এতিয়া বেচ টানকীয়াল। কোম্পানীৰ চাকৰী কৰি যথেষ্ট পইচা ৰোজগাৰ কৰে। ডাঙৰ ল'ৰাটো এইবাৰ ডাক্তৰী পাচ কৰি ওলাই

আহিব। স্বভাবে চৰিত্ৰেই ল'ৰাটো বেছ মৰমলগা। সৰু ল'ৰাটো এইবাৰ ইঞ্জিনীয়াৰিং কলেজত ভৰ্ত্তি হৈছে। ছোৱালীজনী সৰু। মামনিও পঢ়াত ভাল। কেইবছৰমান পাছত বৰজনাৰ আনন্দই নধৰা হব। কথাৰ ফাকে ফাকে এটা গৰ্ব্বৰ ভাব কেতিয়াবা ফুটি ওলোৱা কথাতো বাইদেউৱে বোধহয় ধৰিব নোৱাৰে। খৰছপাতি কম। হিচাবী খুব। প্ৰতিটো কামত কিন্তু এটা সুচিন্তিত পদক্ষেপ। ধুনীয়াকৈ আৰ, চি, চি, ঘৰটো সজাইছে। মেট্ৰিকুলেট মানুহজনে অৱস্থা বেচ টনকীয়াল কৰিছে। যোবাৰৰ গোটেই দক্ষিণ ভাৰত ভ্ৰমণ কৰি আহিল। সকলো খৰছ কোম্পানীয়ে বোলে বহন কৰিছে। এবাৰো নকলে যোবাৰ কথা। প্ৰকাৰন্তৰে উলিয়াইছিলো। এটা এৰাই যোৱাৰ ভাব। মানুহবোৰ ইমান আত্মকেন্দ্ৰিক। অন্যৰ কথা চিন্তাই কৰিব নোৱাৰে।

মানুহজনে আজিৰ তিথিটোৰ ওপৰত কোনো গুৰুত্বই নিদিলে। মোৰ আন্তৰিকতাৰ প্ৰমাণ ডাঙি ধৰিবলৈ এটা উপায়ৰ কথা চিন্তা কৰিলো। হঠাতে কোনো সিদ্ধান্ত লব নোৱাৰি তেওঁৰ বিচনাৰ বেলিঙত ধৰি কিছু সময় নীৰৱে ঠিয় দি ৰলো। সীমাজনী ঘোৰ টোপনিত নিমগ্ন। মূৰে গায়ে কাপোৰখন টানি এটা 'দ' হৈ শুই থকাৰ অভ্যাস। এওঁৰো বোধহয় টোপনি আহিল। কোনো সাৰ-সুৰ নাই। অলপ কথা আহিল। আজিৰ তিথিটোৰ মই উল্লেখ কৰিছিলো। মানসিক-ভাবে মই বৰ ক্লান্ত। এওঁ বাৰু মহালগ্নৰ কিবা মূল্যবোধ কৰে নে? এওঁ যদি ধৰ্ম্ম বিশ্বাস কৰে, যদি কোনো এটা ঘটনাৰ কাৰণ অন্বেষণ কৰে, কোনো এটা ফলৰ কাৰণেও কাৰ্য আৰু কাৰণত আত্মপ্ৰত্যয় থাকিব লাগিব। বিগত দহবছৰ কালৰ ইতিহাস মই ৰোমন্থন কৰি চাইছোঁ। মই তুলনামূলক বিচাৰো কৰিছোঁ। মোৰ অধ্যয়ন আৰু বিচাৰ হয়তো ভুল হব পাৰে। কিন্তু মোৰ এটা স্পষ্ট ধাৰণা হৈছে, মোৰ জন্ম লগ্নত কোনো দুষ্ট গ্ৰহৰ কুটীল দৃষ্টি নিক্ষিপ্ত হৈছে। বাপুৱে কোৱা কথা সঁচা যেন লাগিছে। হুবহু দিনবাৰ তাৰিখ তিথি নক্ষত্ৰ তিনিটা বিভিন্ন অৱস্থাত একে হৈছে। এজন তত্বদৰ্শীৰ দৃষ্টিভঙ্গিৰে

এওঁ কাৰণটো অন্বেষণ নকৰিব জানো। পৃথিবীৰ বহুতো বিজ্ঞানীৰ আজিৰ আবিষ্কাৰবোৰ হেনো মাত্র এক্স টেনছনহে। এই ঘটনা টাও এটা দৃষ্টিভঙ্গিৰে অনুধাবন কৰিব লাগিব। ইয়াৰ নিশ্চয় কোনো নিহিত তত্ত্ব আবিষ্কৃত হব। মই সেই সত্য আবিষ্কাৰৰ আগ্ৰহী। সেই সত্য মোৰ লক্ষ্য আৰু মই লক্ষ্যত উপনীত হবই লাগিব। সাবলীল মাতৃক্ষেত্ৰত সেই সত্যৰ বীজ ৰোপন কৰি মোৰ মনস্তাপ আঁতৰ কৰাত সহায় কৰিব লাগিব। এওঁৰ ওচৰত মই কোনো অন্যায় দাবী কৰা নাই। মোৰ এই কোমল মাতৃহৃদয়ে বিচাৰে এটি বীৰ বীজৰ অঙ্কুৰ, যি বৃদ্ধি পাব বিশাল বটবৃক্ষৰ দৰে, যাৰ ছাঁত শান্ত হব হেজাৰ পান্থৰ শ্রান্ত দেহ। এই দিনটোৰ তাৎপৰ্য, মোৰ মানসিক অৱস্থা আৰু ভবিষ্যতৰ ইঙ্গিত দি মই নিজকে প্রস্তুত কৰাৰ সকলো ভঙ্গি প্ৰকাশ কৰিছোঁ। নীৰৱ কেইটামান মুহূৰ্ত্ত আকৌ অতিবাহিত হ'ল। কোনো সহাঁৰি নাপালো। মই ৰৈ আছিলো। বিৰক্তিৰ এটা আভাস অস্ফুট স্বৰ প্ৰকাশ কৰি মই গুচি আহিলো। মই তেওঁৰ ওচৰতে মনে মনে কৃতজ্ঞতাকে জনালো। যি সুন্দৰ আৰু সত্য, যি চিৰ বিৰাজমান আৰু বিস্তৃত, যি অতীত বৰ্ত্তমান আৰু ভবিষ্যতৰ মালিক তেওঁক প্ৰণাম কৰি উভতি আহিলো। মযনাক অৱনমান কাষলৈ ঠেলি দি এটা অন্তহীন আশাক সাৰটি লৈ নিদ্ৰাদেবীক আহ্বান জনালো। আশাই হৈছে জীয়াই থকাৰ ভেটি। আশা ব্যতিৰেকে পৃথিৱী অনিত্য। জীয়াই থকাৰ মূল নীতি আশা। মায়া-মমতা কৰুণা, দম সম, উন্নতি, প্ৰতিষ্ঠা, মান সন্মান, প্ৰাচুৰ্য্য আদি সকলোৰে আশাই হৈছে আধাৰ। মোৰ আশা এটা মহাক্ষণত এক বিন্দু হৈ স্থিতি লাভ কৰিছে।

কোনো ব্যতিক্রম নোহোৱাকৈ আৰু এটা নতুন প্রভাতৰ জন্ম হ'ল। মই মোৰ প্রাত্যহিক কামত চিৰদিনীয়া ক্রমত ব্রতী হৈছোঁ। মোৰ মনটো বেছ পাতল লাগি আছে। এটা ডাঙৰ আৰু গধুৰ বোজা নামি যোৱা যেন লাগিছে। মই কিছু লাঘব অনুভব কৰিছোঁ। শৰতৰ শুকুলা মেঘৰ দৰে মোৰ গাত এটা মৃদু কঁপনি অনুভব কৰিছোঁ। ইয়াতকেইটা উঠাৰ আগতে মোৰ প্রায় সকলোখিনি কাম শেষ হৈছে।

কোনো আউল লগা নাই। ময়নাজনীৰ মুখ হাত ধুৱাই তাইক গাখীৰ খুৱাই মই আজৰি হলো। সীমাই আনকালে মোক ইটো সিটো কৰি অলপ সহায় কৰি দিয়ে। আজি তাইৰ মনটো কিছু উদাস উদাস অনুমান কৰিলো। মাতৃ মনে সন্তানৰ মনৰ খবৰ তন্ন তন্নকৈ লবলৈ উদ্বিগ্ন হৈ থাকে। নানা চিন্তা মনলৈ আহে। গাটোত হাত দি চালো। কপালখনো চালো। বুকুলৈ টানি আনি অলপ মৰম কৰি দিলো। তপতকৈ কপালত এটা চুমাও খালো। ভণ্টীজনীয়ে সামান্য লাজ লাজ কৰিলে। ময়না দৌৰি আহি কোলাত জাপ মাৰি উঠিল। চৰাইৰ পোৱালীৰ দৰে এটি এটিকৈ মোৰ চাৰিওফালে সিচৰিত হৈ কলকলাবলৈ আৰম্ভ কৰি দিলে। মোৰ কোমল হৃদয় আৰু কোমল হৈ পৰিল। মই সামান্য বিচলিত হৈ পৰিলো। আনন্দ আৰু ব্যথাৰ মৃদু আঘাত এটা অন্তৰৰ কোনোবাখিনিত অনুভৱ কৰিলো। ব্যথাৰ কঁপনিখিনি মোৰ নয়নৰ অশ্ৰুজল হৈ নিগৰি পৰিল। পোৱালীকেইটাক ভৰিৰ পৰা মূৰলৈ এবাৰ পৰ্য্যবেক্ষন কৰিলো। এটা তুলনাও কৰি চালো। সিহঁতকেইটা লাহে লাহে আৰু কাষ চাপি আহিল। ব্যৱধান ক্ৰমে ক্ৰমে আৰু কমিল। আমি প্ৰায় নিবিড়ভাবে ঘনীভূত হলো। বহুত পাহিৰে সংযুক্ত এটা মসৃন ৰঙৰ ফুলহৈ পৰিলো।

সীমাজনীৰ কোনোবাখিনিত তাইৰ বাপেকৰ এটা স্পষ্ট ছাপ। ভৰিদুখনৰ আঙুলিবোৰ সুগঠিতভাবে জোৰা হৈ অপূৰ্ব্ব সুন্দৰ হৈছে। হাতৰ আঙুলিবোৰ লাহি আৰু দীঘল। তাইকো হয়তো জুইৰ তাপে কলা কৰিব আৰু মনৰ তাপে ক্লিষ্ট কৰিব। মসৃনতাই ৰূপ সলাব। সলনি ৰূপত হয়তো স্পষ্টতা হেৰুৱাব। ভণ্টী বয়স অনুপাতে বেছি দীঘল হৈ গ'ল। দীঘ আৰু প্ৰস্থৰ এটা মিলন স্থান হৈ ত্ৰিমাত্ৰিকৰ অপৰূপ ছবি। তাইৰ চকুৰ তিৰবিৰনীয়ে মনৰ চুকেকোণ-বোৰ বিচাৰি ফুৰে চঞ্চলভাৱে, বিজুলীৰ সোঁতৰ দৰে। এই প্ৰাণময় চঞ্চলতা হয়তো এদিন নাইকিয়া হৈ যাব। সময়ৰ প্ৰচণ্ড চাপে তাইৰো চপলতাখিনিক স্থবিৰ কৰি দিব। আজি ফুলাম ৰঙা ফ্ৰকটো তাইৰ ৰঙৰ ওচৰত ম্লান হৈ পৰে। সময়ে হয়তো এই ৰঙো কাটি লব।

উপযুক্ত ৰক্ষনাবেক্ষন আৰু শিক্ষা দি এই কেইজনীক গঢ়িব লাগিব। কোনো চলনাৰ কবলত যাতে নপৰে তাৰ বাবে সুতীক্ষ্ণ নজৰ ৰাখিব লাগিব। দিনকাল সন্দনি হৈছে। সীমাজনীয়ে সকলো কথা বুজাৰ বয়স হৈ অ হিছে। কেইদিনমান পাছত তাযো লায়ক হৈ যাব। ছোৱালীবোৰ ইমান সোনকালে ডাঙৰ হয়। লতাৰ দৰে বাঢ়ে। সিহঁত বঢ়াৰ লগে লগে মাক-দেউতাকৰ চিন্তাও বাঢ়ে। এটা ভয়ৰ ভাব মনত খোপনি পোটে। চকুৰে চকুৰে ৰাখিবলৈ সদায় সচেতন হৈ থাকিব লাগে। কিজানিবা কৰবাত পিচল্পি পৰে। এটা বয়স অতিক্ৰম কৰিব পাৰিলে দুশ্চিন্তা বহুত কমে। এনেয়ে কোৱা নাই ছোৱালী হৈছে একুৰা জীয়া জুই। এজনী এজনীকৈ তিনিজনীৰ দায়িত্ব কঢ়িযাব লাগিব। কমেও পোন্ধৰ বছৰ ধৰি এই যন্ত্ৰণা মই কঢ়িযাব লাগিব। তাকো কৰিব লাগিব অকলশৰে। এওঁৰ এই বিষয়ে মূৰৰ বিষ তোলাৰ কোনো প্ৰযোজন নাই বুলি ভাবে। অথচ এই কেইটা ল'ৰা হোৱা হলে মোৰ কোনো দুশ্চিন্তা নাথাকিলহেঁতেন। কাৰণ ল'ৰাৰ কোনো বদনাম নাই। ল'ৰাৰ দোষ ত্ৰুটিবোৰ এটি পৰিণত বয়সত গুণ হৈ পাৰে। কোনো পুৰুষকে মই লাঞ্ছিত হোৱা দেখা নাই। সমাজৰ আনকি জাতিৰ শৃঙ্খলা হানি কৰা অসংখ্য পুৰুষ গুৰুৰ আসনত অধিষ্ঠিত হয়। পুৰুষৰ কাৰণে নৈতিক দোষ ত্ৰুটিবোৰ হৈছে একো একোটা মূল্যবান অলঙ্কাৰ। দোষবিহীন পুৰুষৰ বীৰত্বৰ প্ৰকাশ কম। বুদ্ধিজীৱি পুৰুষৰ কাৰণে একো একোটা দোষ নাথাকিলে বুদ্ধিৰ বিকাশত সহায় নহয়। সমাজৰ, জাতিৰ, দেশৰ বা আন্তৰ্জাতিক সমস্যা সমূহৰ কাৰণে পুৰুষৰ ভূমিকাই প্ৰাধ্যন্য লাভ কৰাটোহে স্বাভাবিক। তেওঁলোকৰ বুদ্ধিমত্তাক সতেজ আৰু সবল কৰিবলৈ কিছুমান অবলম্বন লাগে। তেওঁলোকৰ কাৰণে পৰনাৰী গমন কৰা, সুৰাৰ নিচাত মগ্ন থকা, পৰৰ ধনেৰে সচ্ছন্দ জীৱন-যাপন কৰা আৰু আনৰ দোষক সমালোচনাৰ শীৰ্ষস্থানত বহুৱাটো দোষনীয় নহয়। তেওঁলোক হল সমাজৰ সৰ্ব্বসাধাৰণৰ ব্যতিক্ৰম। সমাজৰ উন্নতিৰ কাৰণে তেওঁলোকক চিন্তা চৰ্চ্চা কৰিবলৈ সমাজে যাবতীয় ব্যৱস্থাৰ যোগান ধৰিব লাগে। নহলে

চিন্তা চৰ্চ্চাত আউল লাগি যায়। মগজুৰ বিকাশ সাধন কৰাত খেমেজালি ঘটে। যোগান সম্পৰ্কে কোনো নৈতিকতা অনৈতিকতাৰ প্ৰসঙ্গৰ কোনো স্থান নাই। কিন্তু নাৰীৰ কথা স্বকীয়া। নাৰী হৈছে সুগন্ধ ফুলৰ সৌৰভৰ দৰে। জোনৰ স্নিগ্ধ কিৰণৰ দৰে। হেমন্ত প্ৰভাতৰ গছ লতিকাত ওমলি থকা হিম কণাৰ দৰে। সঙ্গীতৰ ধ্বনিৰ দৰে। ৰামধেনুৰ বিচিত্ৰ ৰঙেৰে ৰঞ্জিতা। ৰমণীৰ স্বকীয় একো নাই। ফুল নহয় ফুলৰ সুৰভি। জোন নহয়, তাৰ কিৰণ, প্ৰতিফলিত পোহৰ। ৰমণী হৈছে পৃথিৱীৰ নিষ্প্ৰাণ মৃত্তিকাখণ্ড। তাক ভৰিৰে গছকিব পাৰি। বুকুফালি চিৰাচিৰ কৰিব পাৰি। লেতু-সেতুকৈ বিভিন্ন পাত্ৰ নিৰ্ম্মাণ কৰিব পাৰি। কোনো প্ৰতিবাদ থাকিব নোৱাৰে। প্ৰতিবাদৰ যুক্তি অপ্ৰাসঙ্গিক। সুফলা বৃক্ষৰ দৰে নাৰীয়ে ফল ধাৰণ কৰিব লাগিব। অথচ কোনো প্ৰতিবাদ নাই। নিৰ্ব্বিবাদে সহ্য কৰি গৈছে সমস্ত নাৰীজাতি'য়। ইযাৰ এটা পৰিবৰ্ত্তন হবই লাগিব। বিহিত ব্যৱস্থা গ্ৰহণো কৰিব লাগিব।

তাৰ ধ্বনি পৰিলক্ষিত হৈছে। নাৰীবৰ্ষ উদযাপন কৰাৰ আন্দোলনে গঢ লৈছে। পৃথিৱীজুৰি নাৰীয়ে আজি আগবাঢ়ি ওলাই আহিছে। ময়ো লৈছিলো ভূমিকা। কৃতকাৰ্য্যও হৈছো বহুক্ষেত্ৰত। লতাই যেনেকৈ আশ্ৰয় নোহোৱাকৈ ওপৰলৈ উঠিব নোৱাৰে নাৰীয়েও হেনো নোৱাৰে। কিমান প্ৰবঞ্চনা। পৰ্ব্বতে কন্দৰে বাস কৰা কত জাতি উপজাতিৰ কথা মই নিজে জানো। সেই সকলো জাতিৰ কৰ্ম্মৰ প্ৰেৰণা হৈছে নাৰী। ভৈয়ামৰ তুলনাত পাহাৰী জাতিক আমি পক্ষপাত দৃষ্টিৰে চাওঁ। সিহঁতক আমাৰ তুলনাত অসভ্য বুলি কব খোজো। এটা ব্যৱধান ৰাখিবলৈ যত্ন কৰো। লাজ লাগি যায় মানুহৰ সমাজৰ বিচাৰ দেখি। মই পাহাৰী নাৰীবোৰক প্ৰশংসা কৰো, শ্ৰদ্ধা কৰো। সিহঁতৰ সৎসাহসে মোক প্ৰেৰণা আনি দিয়ে। সিহঁতৰ মানসিক আৰু নৈতিক বলক মই সম্মান কৰো। মই চিমলেই, লক্ষ্মী, স্বপ্না মাৰাকক সম্মান কৰো। ইহঁত মোৰ একালৰ সহপাঠিনী। কিমান মুক্ত সিহঁত। কিমান ব্যক্তি স্বাধীনতা সিহঁতৰ। প্ৰাণময় খৰস্ৰোতা

নদীৰ দৰে আনন্দময় চঞ্চল গতি। সিহঁতৰ গতি নিৰ্দ্ধাৰণ কৰিবলৈ কোনো বহিৰ্চাপে প্ৰভাব বিস্তাৰ নকৰে। এটা দুৰ্ব্বাৰ স্বাধীনতা। জীৱনৰ দায়িত্ব সিহঁতে জানে, জানে সমাজখনে। জীৱনটো কেনেকৈ ব্যৱহাৰ কৰিব লাগে, কেনেকৈ উপভোগ কৰিব লাগে সেই কথা সিহঁতে জন্মৰে পৰাই শিকে। দেখি দেখিয়ে শিকিছে। সিহঁতৰ সমাজত প্ৰতিজনৰে এটা বিশেষ স্বকীয় ভূমিকা আছে। সিহঁতৰ সমাজ কেবল পুৰুষ চালিত সমাজ নহয়। সিহঁতৰ সমাজ নাৰী আৰু পুৰুষৰ সমাজ। সিহঁত অঙ্গাঙ্গী ভাবে জড়িত থাকি জীৱন, সমাজ আৰু জাতিৰ বুৰঞ্জী ৰচনা কৰে। সিহঁতৰ ৰীতি-নীতিয়ে মোক অৱনত মস্তক কৰে। কিন্তু একেখন পৃথিৱীতে কি বিৰাট ব্যৱধান। আমাৰ সমাজত নাৰীৰ নিজস্ব কোনো ভূমিকা নাই, কোনো মতামত নাই। আমি নিজকে দুৰ্ব্বল কৰাত সহায়হে কৰিছোঁ। আমি স্বামী বা গুৰুজনাৰ মুখাপেক্ষী। আমাৰ নিজাকৈ কৰিবলগীয়া একো নাই। স্বামীৰ নিৰ্দ্দেশ, সমাজৰ নিৰ্দ্দেশ আমাৰ শিৰোধাৰ্য্য। আমি সহনশীলতাৰ প্ৰতীক। আমি মুক। মৌনতা আমাৰ শিৰৰ ভূষণ। প্ৰতিবাদ আমাৰ সমাজ বিগৰ্হিত।

সেইবাৰ পৰ্ব্বত ভৈয়াম সম্প্ৰীতিৰ সম্মিলনত যোগ দিবলৈ অৰুনাচললৈ মৰ়ো গৈছিলো। আমাৰ ভাৱ আৰু সম্প্ৰীতি বিনিময় কৰাৰ সুবিধা গ্ৰহণ কৰিছিলো। ইমান সহজ সৰল এই মানুহবোৰ। ভৈয়ামৰ মানুহক সিহঁতে প্ৰাণভৰি ভাল পায়, শ্ৰদ্ধা কৰে। প্ৰীতি মেল শেষ হোৱাৰ পাছতো আহিবলৈ সমূলি মন যোৱা নাছিল। কেইদিনমান বেছিকৈ থকাৰ এটা দুৰ্ব্বাৰ হেপাহ হৈছিল। পৰ্ব্বতে কন্দৰে, গুহাই গহ্বৰে, ঘূৰি ফুৰি, সিহঁতৰ সৈতে প্ৰাণঢালি কথা পাতি হৃদয় দিছিলো আৰু লৈছিলো। ভাবিলে আজিও মোৰ মনটো ভৰি উঠে, শৰীৰ ৰোমাঞ্চিত হব খোজে। লাজ লাজ ভাবেৰে ওলাই আহি লুকাভাকু খেলা আৰক্ত গালমুখৰ ল'ৰাছোৱালীবোৰ মোৰ আজিও মনত পৰে। ইচ্ছা হৈছিল তাতেই থাকি যাওঁ। সভ্য পৃথিৱীৰ কুসংস্কাৰাবৃত্ত সমাজৰ ৰীতি-নীতিৰ মাজত সঙ্কুচিত মন এটালৈ

বাচি থকাতকৈ তাৰ সমাজ আৰু জীৱনধাৰা বহুত ওপৰত বুলি মই এটা মত পোষণ কৰিছিলো। নাই নোৱাৰিলো। বিবঙৰ কাতৰ মিনতি, করুণ বিননিয়ে মোক ৰাখিব নোৱাৰিলে। তাৰ কোমল অন্তৰ এখন চুৰমাৰ কৰি দি মই উভতি আহিলো। আহিলো এটা গধুৰ সেমেকা মন লৈ। উভতি আহিলো মোৰ বন্ধু সৌমেনৰ বাক্য-ঘাতত জৰ্জ্জৰিত হৈ। নিজৰ ক্ষুদ্ৰ সাৰ্থত আঘাত লাগে কাৰণেই সৌমেনে মোক ভুল বুজিলে। ভুল বুজিলে বিবঙকো। মোক সন্দেহ কৰিলে। আৰু এই সন্দেহৰ অৱকাশ হেনো ময়েই দিছিলো। দুৰ দীগন্তব্যাপী সীমাহীন পথৰ যাত্ৰীৰ দৰে বিবঙৰ লগত ঘূৰি ফুৰা কাৰণে মই সন্দেহৰ বলি হলো। এটা কুতসিৎ ইঙ্গিতে মোক ক্ষত বিক্ষত কৰিলে। বাক্যবানে মোক থকা সৰকা কৰিলে। মোক দুৰ্ব্বল কৰি দিলে। অথচ বিবঙৰ এখন বহল বুকু আছিল। পৌৰষদীপ্ত তাৰ গতি আছিল। হিমালয়ৰ দৰে ধীৰ আৰু মহাসাগৰৰ দৰে তাৰ এখন প্ৰসাৰিত অন্তৰ আছিল। কত জুৰি ঝৰণা নই বিবঙৰ কান্ধত উঠি, বোকোচাত উঠি পাৰ হলো। মোৰ আজিও মনত পৰে।

বসন্তৰ আগমনে তৰুতৃণৰাজিৰ মাজত এটা নতুন প্ৰেৰণাৰ সংঞ্চাৰ কৰিছে। চোতালৰ আগফালে থকা জিনিয়া কেইজোপা সুন্দৰকৈ ফুলিছে। গন্ধৰাজ আৰু খৰিকাজাই দুযোজোপা মই নিজহাতে ৰোৱা। চিজনফ্লাওৱাৰত মোৰ সিমান ৰুচি নাছিল। লাহে লাহে পিছে তাৰ প্ৰতিও মোৰ এটা দুৰ্ব্বলতা হৈছে। মই ভাবি চাইছো এটা সময়ত সকলোৱে লহপহকৈ বাঢে, বাঢিবলৈ যত্ন কৰে। সকলো সাময়িক। অনন্তকালৰ বুকুত সকলো সাময়িক, ক্ষন্তেকীয়া। একোৱে স্থায়ী নহয়। সকলোৰে এটা নিৰ্দ্দিষ্ট আৰু নিৰ্দ্ধাৰিত সময় আছে। উত্থান-পতন, ৰূপ যৌৱন, মান-সন্মান, খ্যাতি-অখ্যাতি সকলোৰে। চিজন্ ফ্লাও-ৱাৰ আৰু মোৰ মাজতো কোনো পাৰ্থক্য নাই। ফুলবোৰে মোক আকৰ্ষণ কৰে। ময়ো হয়তো এ সময়ত আকৰ্ষণ কৰিছিলোঁ। মোৰ ৰূপ-যৌৱন সদায় আকৰ্ষণীয় হৈ থাকিব নে? মোৰ ভাবিয়েই ভয় লাগি যায়। তুলনামূলকভাবে মই হয়তো কেইটামান চিজ্ন বেছিকৈ পাম।

এই সময়খিনিৰ যদি মই সংব্যৱহাৰ কৰিব নোৱাৰো, মোৰ জীৱনৰ যিটো আটাইতকৈ উল্লেখযোগ্য সময় তাক যদি মই উপভোগ কৰিব নোৱাৰো তেনেহলে মোৰ জীয়াই থকাৰ সাৰ্থকতাই বা ক'ত। মই একো ভুল কৰা নাই। জীৱন উপভোগ কৰাৰ পদ্ধতি হয়তো সকলোৰে একেধৰণৰ নহয়, হোৱাতো স্বাভাবিকো নহয়। যি অনু-পৰমাণুৰ দ্বাৰা মোৰ সৃষ্টি হৈছে সেই একে মৌলিক বস্তুৰে হয়তো অন্য মানুহৰো সৃষ্টি হৈছে। হলেও বহুত পাৰ্থক্য আছে। এই অনুপৰমাণুৰ গঠনৰ ব্যৱধান আছে। আনবিক গঠনৰ ওপৰতে তাৰ ধৰ্ম্ম বা গুণ নিৰ্দ্ধাৰিত হব। মোৰ নিহিত গঠনে মোৰ ধৰ্ম্ম ৰচনা কৰিছে। মই মোত থকা ধৰ্ম্মৰ প্ৰতিফলনৰ এটা মাধ্যম মাত্ৰ। বহুতৰোৰ গুণ বা ধৰ্ম্ম বহুতৰ ক্ষেত্ৰত একে হব, কিন্তু ভিন্নধৰ্ম্মী অসংখ্য গুণ বিৰাজমান। সমাজৰ কিছুমান অন্ধ কুসংস্কাৰ আছে আৰু তাৰে কিছুমান বলি হৈছে। কোনো এটা সময়ত কোনো বুদ্ধিজীৱিৰ নিজৰ সুবিধাৰ কাৰণ প্ৰৱৰ্ত্তন কৰা কিছুমান নীতিয়ে আমাক আজিও নিয়ন্ত্ৰণ কৰে। মই যদি মানসিক কষ্টভোগ নকৰো, মই যদি কোনো ব্যক্তি বা সমাজৰ ক্ষতি নকৰো মোক লৈ মানুহে সমালোচনা কৰাৰ কোনো নীতি থাকিব নালাগে। মোৰ ব্যক্তিসত্বাক বিসৰ্জন দি তথাকথিত সামাজিক নীতিৰ দ্বাৰা মই পৰিচালিত হব নোৱাৰো। মই দ্বন্দ্ব অনুভব কৰো। মোৰ এটা ব্যক্তি স্বাতন্ত্ৰ্য থাকিব লাগিব। মোৰ নিজৰ কিছু নহয় কিছু বিচাৰ বুদ্ধি আছে। মোৰ বিবেকৰ দংশন হোৱা নাই। মোৰ স্বৰচিত পৰিকল্পনাত মই ব্ৰতী হৈছোঁ। মোৰ পৰিকল্পনা মোৰ লক্ষ্য। মই তাত উপনীত হবই লাগিব। একাধিকবাৰ মই পৰাজিত হৈছোঁ, কিন্তু বাৰে বাৰে চেষ্টা কৰি তাক কাৰ্য্যত পৰিণত কৰাটো মোৰ লক্ষ্য।

ৰাতিপুৱাতে ইমান ভাবপ্ৰবন হোৱাতো ঠিক হোৱা নাই। কিছুদিনৰ পৰা মোৰ ওপৰত ভাবপ্ৰবনতাই এটা দখল সাব্যস্ত কৰা যেন লাগিছে। চেষ্টা যে কৰা নাই এনে নহয় কিন্তু পৰা নাই। আৰু যিমানে মই পৰাজয় বহন কৰিছোঁ, সিমানে মোৰ জেদ বাঢ়িছে।

মই কেৱল আধ্যাত্মিকতাতেই আস্থা স্থাপন কৰা নাই। বৈজ্ঞানিক দৃষ্টিকোণৰ পৰাও বিচাৰ কৰি চাইছোঁ। ভাল বীজৰ ফল ভাল হয় অথচ মই কৰি চোৱা পৰীক্ষাবোৰৰ ফল আশানুৰূপ হোৱা নাই। অৱশ্যে মই এইটো সঠিককৈ কব নোৱাৰোঁ যে মোৰ পৰীক্ষাৰ পদ্ধতি বা মূলতত্ব নিৰ্ভুল হৈছে। আপাত দৃষ্টিত সুস্থ, সবল, সুঠাম আৰু পুৰঠ বীজে এ'ক ধৰণৰ আৰু এ'ক জাতৰ ফল উৎপাদন কৰা এটা নিয়ম হিচাবে পৰিগণিত হয়। বাৰে বাৰে কৰা পৰীক্ষাত মই বিচৰা ফল পোৱা নাই। হয়তো পৰীক্ষাবোৰ সজাওঁতে লবলগীয়া সাৱধানতা বা প্ৰয়োজনীয় আটাইবোৰ নীতি ঠিকমতে পালন কৰা হোৱা নাই। ক'ৰবাত হয়তো ভুল হৈ গৈছে। পৰীক্ষাসমূহ হয়তো নিৰ্দ্দিষ্ট চাইকলত কৰা হোৱা নাছিল। অথচ চাইকল নিৰ্দ্ধাৰণ কৰোঁতে বৈজ্ঞানিক নিৰ্দ্দেশ সমূহ মানি চলা যেনেই লাগে। মোৰ এই সিদ্ধান্ত বিজ্ঞানসম্মত গবেষণাৰ পৰা পোৱা অভিজ্ঞতাৰ ভিত্তিত প্ৰতিষ্ঠিত। ব্যতিক্ৰম যে হব নোৱাৰে তাক অৱশ্যে মই খাটাংকৈ কব নোৱাৰো। হয়তো ভুলেই হৈছে। অথচ ভুল স্বীকাৰ কৰিবলৈ মনটো সঙ্কুচিত হয়। মই এওঁক ভুল বুজাতো হয়তো মৌলিক নীতিত নিন্দনীয়। মই এওঁক মানুহ হিচাবে শ্ৰদ্ধা কৰো। কিন্তু মনস্তাত্বিক দিশৰ পৰা বিচাৰ কৰিলে এওঁ বীৰ বীজৰ অধিকাৰী হোৱাৰ লক্ষণ নাই যেন লাগে। যোৱা বাৰ বছৰৰ সান্নিধ্যই মোক এই সিদ্ধান্তত উপনীত কৰে। জীৱবিজ্ঞান আৰু জৈৱৰসায়নৰ ওপৰত মোৰ অৱশ্যে বিশেষ অধিকাৰ নাই। মোৰ অতীত বিশ্লেষণ কৰি চালে এই সিদ্ধান্ত ভুল হব যেন নালাগে। মোক আজি মানুহে ভুল কৰা বুলি কয়। ভুল মই কৰিছোঁ, কিন্তু এই ভুলবোৰ কৰাৰ মোৰ কোনো কুঅভিপ্ৰায় নাছিল। মই বাধ্য হৈছিলো এক বিশেষ ভাৱনাত। সকলো মাতৃয়ে নিজৰ সন্তানক লৈ গৌৰৱ কৰে। গৌৰৱৰ মূলসূত্ৰ থাকে পুত্ৰ সন্তানত। পুত্ৰই নৰকত নপৰাকৈ ৰাখে আৰু নৰকত পতিত হলে উদ্ধাৰ কৰে। তেনেহলে মই কিয় প্ৰবঞ্চিত হম। নীতা, প্ৰণীতাহঁতে সংঘাট বৰণ নকৰাকৈয়ে বাঞ্ছিত ফল লাভ কৰিছে। সিহঁতে পিছৰ

পুৰুষক লৈ গৰ্ব্ব কৰে আৰু মই আত্মদগ্ধ হওঁ। মোৰ মাতৃমনে বাহ্যিকভাবে যিমানে সুস্থতা প্ৰকাশ কৰিবলৈ চেষ্টা নকৰক কিয়, অন্তৰে কিন্তু জ্বালা অনুভব কৰে। প্ৰাণৰ কোনোবাখিনিত মই খুব আঘাত পাওঁ। মই সহ্য কৰিব নোৱাৰো। মই সামাজিকভাবে দুৰ্ব্বল আৰু খুব অসহায় বোধ কৰো। মই জেদী হৈ পৰো। মই কঠোৰ সঙ্কল্প গ্ৰহণ কৰো। এই যুদ্ধত জিকিবলৈ মই আপ্ৰাণ চেষ্টা কৰো। অথচ মোৰ অন্তৰৰ এই তীব্ৰ বেদনা এওঁ কোনোদিন অনুভব কৰা নাই, কৰিবলৈ কোনো চেষ্টা কৰা নাই।

প্ৰাক্‌বৈবাহিক জীৱন চোৱাত মই কি কৰিলো বা নকৰিলো সেই বিষয়ে মই কেতিয়াও মূৰৰ বিষ তুলিবলৈ যত্ন কৰা নাছিলো। পৰিকল্পনা কৰিছিলো বিয়াৰ পাছত এখন সুন্দৰ, অনিন্দ্য সুন্দৰ সংসাৰ ৰচনা কৰিম। মোৰ সমকালিন বান্ধৱীবোৰৰ তুলনাত মোৰ সংসাৰখন যাতে কোনোগুণে নিম্নস্তৰৰ নহয় তাৰ বাবে মই মানসিক প্ৰস্তুতি গ্ৰহণ কৰিছিলো। শিক্ষা-দীক্ষা, ৰূপ-যৌৱন সামাজিক স্থানত যে মই মোৰ লগৰ দহজনী ছোৱালীতকৈ কিছু নহয় কিছু ওপৰত প্ৰতিস্থিত সেই কথা ভাবি গৌৰৱ বোধ কৰিছিলো। বিয়াৰ সময়লৈকে এওঁ-লোকৰ ঘৰখনৰ এটা সামাজিক স্থান থকা যেন মোৰ অনুমান হৈছিল। হয়তো আছেও। মই বহুত ৰঙীন সপোন ৰচনা কৰিছিলো। মানু-হৰ মুখত শুনি ভাল লাগিছিল। মোৰ স্বামী এজন মৃদুভাষী সাধু স্বভাৱৰ নিষ্ঠাবান কৰ্ম্মী। নিৰুদ্বিগ্ন, নিৰহঙ্কাৰী। ধীৰ স্থিৰ স্বভাৱৰ মানুহজনক মোৰ প্ৰথম দৃষ্টিত ভালেই লাগিছিল। মোৰ বিশ্বাস আছিল উপযুক্ত তাপ আৰু চাপৰ প্ৰভাৱত মানুহজনক মই তৈয়াৰ কৰি লব পাৰিম। মন্থৰ আৰু মৃদুগতিৰ মানুহজনক মোৰ জীয়া জুই শিখাৰে উত্তপ্ত কৰি গতিশীল কৰি লব পাৰিম। মোৰ আত্মবিশ্বাস আছিল মোৰ প্ৰাণে বিচৰা মানুহজনক বায়ুৰ দৰে গতিশীল, মহাসাগৰৰ দৰে বিশাল আৰু গৌৰীশঙ্কৰৰ দৰে সুউচ্চ কৰি তুলিব পাৰিম। মই এওঁক হীৰাৰ দৰে উজ্জ্বল আৰু কঠিন কৰি তুলিবলৈ অসুবিধা নহব বুলি দৃঢ় মত পোষণ কৰিছিলো। আশা কৰিছিলো, এওঁক মই মোৰ

হৃদয় বীণাত মধুৰ সঙ্গীতৰ সৃষ্টি কৰিব পৰা সোণৰ ঋজু তাৰলৈ ৰূপান্তৰিত কৰিব পাৰিম। মই খুব আশা কৰিছিলো এওঁ মোক লৌহ কবচ হৈ ৰক্ষা কৰিব। মই ভাবিছিলো এওঁ নাহৰৰ দৰে কঠিন হ'ব, মই হ'ম সৌৰভ। মই হ'ম বুলি ভাবিছিলো এওঁৰ প্ৰাণৰ পৰশ-মনি আৰু জীৱন সঞ্জীৱনী। মই আশা কৰিছিলো প্ৰাণে প্ৰাণে যুগ্মপ্ৰাণ ৰচনা কৰিব। এই মিশ্ৰ প্ৰাণে ৰচনা কৰিব ঐক্যতান। ঐক্য-তানৰ মৃদু কম্পন অনুৰণিত হ'ব এক সূক্ষ্মতাৰত, এই সূক্ষ্মতাৰৰ সৃষ্টি হ'ব সহস্ৰ বিন্দুৰে আৰু বিন্দু হ'ব দুটা নিবিৰ প্ৰাণৰ ঐক্য স্বাক্ষৰ। এই স্বাক্ষৰ হ'ব মোৰ ভবিষ্যতৰ পাথেয় যাক লৈ ৰচিত হ'ব ভবিষ্যতৰ দীপ্তিময় এক কল্পৰাজ্য। সকলো মিছা হ'ল। মই যি আশা কৰিছিলো সেয়া হৈ নুঠিল। যি তৈয়াৰ কৰিব খুজিছিলো তাকো কৰিব নোৱাৰিলো। মোৰ দেহৰ ভাজে ভাজে উত্তপ্ত যৌৱন। যৌৱন জ্বালাৰ তাড়নাত উদ্বেলিত দুবাহু প্ৰসাৰিত কৰি মই ধৰা দিছিলো। মোৰ শৰীৰৰ প্ৰতি বিন্দু ৰক্তক জুই শিখাৰ দৰে মেলি ধৰিছিলো। চৰিতাৰ্থ হ'ব দুটি যুগ্ম প্ৰাণৰ মধুযামিনী, পৰিপূৰ্ণ হ'ব মোৰ জীৱনৰ কামনা, পূৰ্ণ হ'ব মোৰ মানস স্বপ্ন। মই লাঞ্ছিত, অপমানিত বোধ কৰিছিলো। মোৰ কামনাৰ বহ্নি শিখাই এটি কঠোৰ প্ৰাণত কোনো চাঞ্চল্যৰ মাদকতা সানিব নোৱাৰিলে। বিভিন্ন অৱস্থাত ভিন ভিন ভঙ্গিমাত অৱস্থাপন কৰি মই আকুল আহ্বান জনাইছিলো। তান্ত্ৰিক যৌনতত্বৰ বিভিন্ন নিৰ্দ্দেশাৱলী মই স্পষ্টকৈ ডাঙি ধৰিছিলো। উত্তাল তৰঙ্গৰ দৰে মোৰ যৌৱন মেলি ধৰিছিলো। নোৱাৰিলো। পৰাজিত হৈ গলো। মই জগাই তুলিব নোৱাৰিলো। যি বিচৰা নাছিলো তাকেই পালো। মানুহজনক মোৰ খুব নিষ্ঠুৰ যেন লাগিছিল, ভণ্ড বুলি ধাৰণা হৈছিলো। মই সন্দেহ কৰিবলৈ বাধ্য হৈছিলো। বিভিন্ন সন্দেহ মোৰ মনৰ বনত ঘনীভূত হৈছিল। এজন সুস্থ সবল মানুহৰ পুৰুষোচিত শক্তিৰ ওপৰত মোৰ সন্দেহ উপজিছিল। শক্তিৰ সদ্ব্যৱহাৰ কৰিব নোৱাৰা এজন পুৰুষৰ প্ৰতি মোৰ ঘৃণা হৈছিল। মই এওঁক এজন ক্লীবৰ লগত তুলনা কৰিবলৈ বাধ্য হৈছিলো। মোৰ হৃদয়

চূর্ণ-বিচূর্ণ কৰা কাৰণে মানুহজনৰ ওপৰত এটা আক্ৰোশ জন্মিছিল। মোৰ প্ৰতিশোধপূৰ্ণ হোৱাৰ উপক্ৰম হৈছিল।

মোৰ বান্ধৱীসকলৰ বহুতো প্ৰশ্নৰ মিছা উত্তৰ দিবলগীয়া হৈছিল। অথচ এই প্ৰশ্নবোৰৰ কাৰণে মোৰ কোনো অসত্যৰ আশ্ৰয় লোৱাতো উচিত নাছিল। অসত্যৰ এই নিষ্ঠুৰ সত্যটো মই ব্যক্ত কৰিবলৈ ভয় কৰিছিলো। ভয় কৰিছিলো, সমাজৰ অন্ধকুসংস্কাৰক। মই এটা আহুকাল চপাবলৈ ভয় কৰিছিলো, কুণ্ঠিত হৈছিলো। মই অপমানিত বোধ কৰিছিলো, কিন্তু এই অপমানৰ হাত সাৰিবলৈ কোনো ব্যৱস্থা তৎকালিকভাবে জনা নাছিল। মোৰ বান্ধবীসকলৰ বৈবাহিক জীৱনৰ সুখৰ যিবোৰ ছবি মোৰ চকুৰ আগত উদ্ভাষিত হৈছিল তাৰ তুলনাত মোৰ নিজৰ প্ৰতিবিম্বই কুৎসিত আকাৰ ধাৰণ কৰিছিল। মোৰ মনত এটা হতাশাৰ ছবি অঙ্কিত হৈছিল। গভীৰ বেদনাত মই মৰ্মাহত হৈছিলো। মই ভয় আৰু সন্দেহত উচপ খাই উঠিছিলো। প্ৰকৃতিষ্ঠ হবলৈ মোৰ কষ্টবোধ হৈছিল। কলেজীয়া জীৱনৰ মধুৰ স্বপ্ন মোৰ ভাঙি চুৰমাৰ হৈছিল। মই আক্ষেপ কৰিছিলো। এই বিবাহৰ অৰ্থ কি হব পাৰে মই বুজিব নোৱাৰা হৈছিলো। আতঙ্কত মই বিহ্বল হৈছিলো। মোৰ পথ নিৰ্দ্ধাৰণ কৰিবলৈ কৃত সঙ্কল্প হৈছিলো। মই দুজনী বেলেগ বেলেগ নাৰীলৈ ৰূপান্তৰিত হৈছিলো। ক্ৰমে ক্ৰমে অনুক্ৰমে, মই স্থিৰনিশ্চিত হৈছিলো। মোৰ যৌৱন আৰু জীৱনটো অথলে যাব দিব নোৱাৰো। এই সিদ্ধান্ত মই স্থিৰ চিন্তাৰ অন্তত লৈছিলো। মোৰ এই ভূমিকাত মই কৃতকাৰ্য্য হবই লাগিব।

সামাজিকভাবে মই কোনো বিশৃঙ্খল জীৱন যাপন কৰা নাই। কাৰো জীৱনত গ্লানিৰ অন্ধকাৰ নমাই অনা নাই। মই প্ৰদীপ্ত জুই শিখাৰ দৰে। চগাই মোৰ বহ্নিশিখাত জ্বলি ভস্ম হৈছিল। মই আকৰ্ষণ কৰিছিলো। বিশেষ বিশেষ পুৰুষক মই আকৰ্ষণ কৰিছিলো। মোৰ কামনাৰ জ্বালা প্ৰশমিত কৰিছিলো। হীৰক, কিশোৰ অবি-নাশহঁত মোৰ জীয়া জুইত পৰি দগ্ধ হৈছিল। আজিও মোৰ দেহৰ সৰ্ব্বাঙ্গে যৌৱন বিৰাজ কৰে। মাদকতাৰ নিচাত বিহ্বল কৰিব

পৰাকৈ মোৰ যৌবনৰ সকলো সম্ভাৰ সযতনে ৰক্ষা কৰিছোঁ। সাময়িকভাৱে হলেও মোৰ যৌৱন জ্বালা প্ৰশমিত কৰিছোঁ। এইটো এটা জীয়া মানৱৰ স্বতঃস্ফুৰ্তভাবে অহা অনুভূতি। নৈতিকতাৰ বলিশালত ইয়াৰ কণ্ঠৰোধ কৰিব নোৱাৰি। ইয়াত অশালিনতা বা বিশৃঙ্খলতাৰ কোনো স্থান থাকিব নোৱাৰে। কিন্তু মোৰ লক্ষ্যত উপনীত হব পৰা নাই। মই লক্ষ্যসন্ধানী। লক্ষ্যত মই উপনীত হবই লাগিব।

মনস্তাত্বিক দিশৰ পৰা আস্থা স্থাপন কৰিব পাৰিলে কাৰ্য্যসিদ্ধি সম্ভৱ। আস্থাই মনোবল দিয়ে, মনোবলে জীৱকোষ আৰু স্নায়ুৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিব পাৰে। এই প্ৰভাৱে জৈৱৰাসায়নিক ক্ৰিয়া নিয়ন্ত্ৰণ কৰিব পাৰে আৰু নিয়ন্ত্ৰিত প্ৰণালীৰ দ্বাৰা পূৰ্ব্ব পৰিকল্পিত ফল লাভ কৰা সম্ভৱ। এই কথা যদি সঁচা হয় তেনেহলে মোৰ ক্ষেত্ৰতো ই ফলিযাব লাগিব। মোৰ আস্থা স্থাপন কৰিবলৈ এইবাৰ তিনিটা বিশেষ সংকেত একত্ৰিত হৈছে। অৰ্থাৎ এটা বিশেষ সময় বা মুহূৰ্ত্তৰ মই মুখামখী হৈছো। সেই কাৰণে মোৰ বদ্ধমূল ধাৰণা, মই এইবাৰ নিশ্চয় কৃতকাৰ্য্য হম। ভগৱানে দেখিবলৈ হলেও মোৰ প্ৰতি সদয় হৈছে, করুণা প্ৰদৰ্শন কৰিছে। মোৰ অশান্ত আত্মা শান্ত হব। এই সম্ভাৱনাই মোৰ শান্তিৰ উপাদান ৰচনা কৰিব।

সন্ধ্যা ললিতা কান্তাৰ দাৰ তিনিটা সৰু জুবি একত্ৰিত হৈ মোৰ প্ৰাণত করুণ বিননিৰ ৰোল তোলে। নিৰিবিলিতে মোৰ বুকুৰ মৰুচাহাৰা শীতল কৰে, অভিষিক্ত কৰে। মৰীচিকাৰ পম খেদি মই উন্মাদিনী হৈছো। অন্তৰৰ নিভৃতকোণত ব্যথাৰ আগ্নেয়গিৰি উদগীৰণ কৰি মোক তিল তিলকৈ দগ্ধ কৰে। জ্বালাত মই হৰীবিহীন হৈ পৰিছোঁ। ভগৱানক কাতৰ আহ্বান কৰিছোঁ। কঠোৰ ব্ৰত উদযাপন কৰিছোঁ। তপস্বিনীৰ দৰে বাৰে বাৰে মই যজ্ঞ অনুষ্ঠিত কৰিছোঁ। ইষ্টফল লাভৰ আশাত বজ্ৰসদৃশ কঠোৰ হৈছোঁ। মোৰ সাধনাৰ ফল লাভ হোৱা নাই। লাহে লাহে মোৰ ধাৰণা হৈছে যে এটি জটিল জৈৱৰাসায়নিক বিক্ৰিয়া সম্পাদন কৰিবলৈ কেৱল মানুহে লোৱা ভূমিকা যথেষ্ট নহয়। এই কঠিন বিক্ৰিয়া সম্পন্ন কৰিবলৈ এটা

বিশেষ অন্তর্নিহিত শক্তিৰ প্ৰয়োজন আৰু এই শক্তিৰ মূল সূত্ৰ বিজ্ঞানীয়ে আজিও উদ্ভাৱন কৰিব পৰা নাই। এই ক্ষেত্ৰত মানুহ আৰু মানুহৰ কৰ্মকৌশল প্ৰকৃতিৰ ওচৰত হাৰ মানিছে। সেই কাৰণেই হয়তো এই অদৃশ্য ভগৱানৰ এক অদ্ভুত প্ৰভাৱ। আজিৰ সমস্ত আবিষ্কাৰো কেৱল প্ৰকৃতিত লুকাই থকা ঘটনাসমূহৰ মাত্ৰ উদ্ধাৰ কাৰ্য্য। মানুহে আজি কোনো কোনো স্বাতন্ত্ৰ্য আবিষ্কাৰ কৰি প্ৰকৃতিক লাজ দিব পৰা হোৱা নাই, হোৱাৰ কোনো সম্ভাৱনাও নাই। মানুহৰ কৰ্ম্মকৌশল কিমান নিম্ন স্তৰৰ!

ৰাতিপুৱাতে মনটো চঞ্চল হৈ পৰিল। ভাবপ্ৰৱণতাই আকৌ এবাৰ অধিকাৰ সাব্যস্ত কৰিবলৈ উদ্যত হৈছে। দিনটোৰ বাকী কামবোৰ এনেয়ে পৰি আছে। সীমাহঁতৰ স্কুললৈ যাবৰ সময় হৈ আহিল। অযথা চিন্তা কৰাৰ কোনো কাৰণ নাই। ফুলাবাৰ ইমান ধুনীয়াকৈ ফুলি আছে। তাৰে কেইপাহমান চিঙি নি ড্ৰইং ৰুমৰ ফ্লাওৱাৰ ভেইচত সজাই থলো। ফুলৰ থোপা কেইটালৈ হঠাৎ বৰ মৰম লাগি গ'ল। নিচিঙা হলেই ভাল আছিল। ফুলকেইপাহক সীমা ভণ্টী ময়নাৰ দৰে লাগিল। বৰ নিষ্ঠুৰ অনুভৱ কৰিলো। জোৰকৈ মনটো পাতল লগাবলৈ বুলি ড্ৰাইনিং ৰুমত সোমালো। ওলম ঘড়ীটোৰ কাটাডুডালে এটা সমকোণ কৰিছে। দুটা শব্দৰ সৃষ্টি হৈছে। যদি কাটাডুডালক উলটফালে আৰু সোফালে বঢ়াই দিয়া হয় তেতিয়াহলে চাৰিটা সমকোণ উৎপন্ন হব। এই সমকোণ চাৰিটাৰ মান তিনিশ ষাঠি ডিগ্ৰি। এটা বছৰৰ দিনৰ দৈৰ্ঘ্যৰ প্ৰায় সমান। ঘড়ীটোৱে তিনিশ ষাঠি ডিগ্ৰি এঘণ্টাৰ ভিতৰতে কৰিব পাৰে, কিন্তু এটা সম্পূৰ্ণ বছৰ হবলৈ হলে তিনিশ পয়ষষ্ঠি দিন লাগে। মযো প্ৰায় এটা বছৰ অপেক্ষা কৰিব লাগিব এটা লক্ষ্যত উপনীত হবৰ কাৰণে। সুদীৰ্ঘদিন ধৰি চলি থকা এটি পৰীক্ষাৰ ফল কি হব মই নাজানো। মই ফলৰ আশাবাদী। মই কাম কৰাৰ যেনেকৈ আধিকাৰী ফলো মই আশানুৰূপ হোৱাটো বিচাৰো। আসক্তিবিহীন কৰ্ম্মৰ প্ৰেৰণা মোৰ নাই। অনাশক্ত কৰ্ম্মৰ নিৰ্দ্দেশত বিজ্ঞান আৰু যুক্তিয়ে সংঘাট

বোধ কৰে। কাম কৰিলে যশ লাভ কৰিবলৈ আশা কৰাতো অযুক্তি-কৰ প্ৰতিজ্ঞা হব নালাগে। ময়ো কৰ্ত্তব্যনিষ্ঠাত ব্ৰতী। ফলো মোক লাগে আৰু এই ফল শেষ বাঞ্ছিত ফল হব লাগে। ভগৱানে নিশ্চয় মোৰ সাধনা, আৰু কৰ্ম্মৰ সিদ্ধি লাভ কৰাত সহায়ক হব।

থুৱাই থুৱাই মই এওঁক গৱেষণা কেন্দ্ৰলৈ যাবলৈ সজাই পৰাই দিলো। নতুনকৈ চিলাই কৰি অনা চুটযোৰকে পিন্ধাই সজাই দিলো। তেওঁ ৰোৱা ৰজনীগন্ধাৰ ফুলকলি অকনমান পাতেৰে সৈতে কোটটোৰ নিৰ্দ্দিষ্ট স্থানত খুচি দি আয়নাখনৰ ওচৰত থিয় কৰাই দিলো। তেওঁ অলপ লাজ আৰু সঙ্কোচ কৰা মোৰ চকুত পৰিল। টাইটোত এটা ডাবল নট ময়ে লগাই দিলো। নটটো লগোৱাৰ সময়ত মনটোৱে সাউত কৰে আন এজনৰ ছবিৰ কাষলৈ লৰ মাৰিলে। জীবনৰ কেইটা-মান মচিব নোৱাৰা দিনৰ কথা মনত খেলাই গ'ল। এজন প্ৰাণৱন্ত ডেকাক মই টাইৰ নট লগাই দিলে বৰ আনন্দ পাইছিলো। তেওঁ এতিয়া মোৰ পৰা বহুত দূৰলৈকে আঁতৰি গ'ল। লগ পোৱাৰ হয়তো কোনো সম্ভাবনাই নাই। প্ৰায় মনত পৰে। আজিও পৰিল আৰু এটা বিশেষ সময়ত। হঠাতে মনটো অলপ চঞ্চল হ'ল। কিবা এটা কৰাৰ মোৰ ইচ্ছাও হৈছিল, এজনৰ স্মৃতিত হলেও। এটা প্ৰকল্প ছবিত এটা মৃদু চুম্বন আঁকি দিব খুজিছিলো। কিন্তু নোৱা-ৰিলো। ময়নাজনী মোৰ গাত এঠাৰ দৰে লাগি আছে। মোৰ সামান্য লাজ লাগিল। ময়নাজনীক মোৰ মিছা বেগটো আনিবলৈ ঠেলি দিব খুজিও নোৱাৰিলো। আকৌবায়ে নুবুজাৰ ভাও জুৰিলে। কল্পনাটো ৰাতিৰ নিৰিবিলিতালৈ সযতনে সাঁচি থলো। মনে মনে অতি সঙ্গোপনে। সিজনে বা কিবা বুজিলে নে নাই মোৰ চঞ্চল চকুত তাৰ কোনো লক্ষণ ধৰা নপৰিল।

সীমাজনী কোনো পধ্যেই স্কুললৈ নগ'ল। নানা অজুহাত দেখু-ৱালে। এবাৰ গাটো ভাল লগা নাই বুলি কলে। হবও পাৰে গাটো ভাল নালাগিব পাৰে। মাতৃ হিচাবে মই তাইৰ সকলো খবৰ কৰিব লাগে। আচলতে তাইৰ ভাল লগা নাই গাটো নে মনটো সেইটোহে

বেচি চিন্তাৰ বিষয়। জ্বৰ, চৰ্দ্দি কাহ দৰৱ খুৱালে ভাল হয়। শৰীৰ ভনিত হলে ডাক্তৰ-বৈদ্যৰ সহায়ত নিৰাময় কৰা কিছু সহজ, কিন্তু যদি মনজনিত হয় তেনেহলে তাৰ প্ৰথম বৈদ্য আচল্মাতে ময়েই হব লাগিব। মানুহৰ মন অন্বেষণ কৰোঁতেই মোৰ জীৱনটো পাত হব যেন পাওঁ। নিজৰ মন বেয়া, এওঁৰো ভাল নহয়। সীমাৰো যদি মনৰ চিকিৎসা কৰিব লাগে মই কেনেকৈ ইমান সহ্য কৰিম। ইহঁত-কেইটা ডাঙৰ হৈ অহাৰ লগে লগে মোৰ চিন্তাও বাঢ়ি আহিছে। কিমান ধৰণৰ সতৰ্কতা অৱলম্বন কৰিবলগীয়া হৈছে।

আমাৰ শোৱা কোঠা দুটা। এটা কমত আমি তিনিজনী থাকো। আনটোত বাপেক আৰু সীমা ইমানদিনে একেলগে আছিল। যোৱা নিশা তাই মই শোৱা কোঠাটোৰ এখন বিচনাত আছিল। ভালেমান ৰাতিলৈ মই উজাগৰে আছিলো। সীমা তেতিয়া টোপনিত লালকাল হৈ থকা যেন লাগিছিল। এওঁৰ লগত পতা কথা সীমাই শুনা যেন মোৰ ধাৰণা নহয়। ইচ্ছা কৰিয়ে শোৱাৰ সময়খন পিছুৱাই লোৱা হৈছিল। গোটেইদিনটো উপবাসব্ৰত পালন কৰি মোৰ ভাগৰো লাগিছিল খুব। অথচ ভাগৰ ঢাকি ৰাখিবলৈ মোৰ বৰ কষ্ট হৈছিল। কিন্তু এটা বিশেষ ঘটনাৰ স্মৃতিয়ে ভাগৰ কমোৱাত মোক সহায় কৰিছিল। এই স্মৃতিয়ে এক অবৰ্ণনীয় সুখৰ আমেজ প্ৰতিফলিত কৰিছিল। ঘটনাটোৰ লগত এটা বিশেষ অৰ্থ আৰোপ কৰিছিলো। এই ঘটনাৰ লগত সংযোজিত হোৱা এটা বিশেষ মুহূৰ্তৰ ওপৰত মোৰ বাকী জীৱনৰ সুখ-দুখ, উত্থান-পতন, জয় পৰাজয় আনকি মনৰ ভাৱনাময় নিৰ্ভৰ কৰে। মোৰ সমস্ত দেহ মন একিভুত কৰি মোক প্ৰস্তুত কৰিছিলো। ইয়াৰ ওপৰত নিৰ্ভৰ কৰে পৰীক্ষাৰ সকলো ফলৰ শেষ ধাপ। এই পৰীক্ষাৰ ফলে মোৰ জীৱনৰ সোঁত নিৰ্দ্ধাৰণ কৰিব। সমাজত গৰ্ব্বভৰে ফুৰা-চকা কৰিবলৈ এটি আত্মপ্ৰত্যয়ৰ ভেটি ৰচনা কৰিবলৈ আৰু অনাদি অনন্ত কালৰ বুকুত এটা অবিচ্ছিন্ন সোঁত বহন কৰিবলৈ এই পৰীক্ষাৰ ফল চিৰ আৰাধ্য। যি সামান্য কথা-বতৰা হৈছিল তাত কোনো অশালীন ভাব বা ভাষাই নগ্নতা প্ৰকাশ কৰা

মোৰ মনত নপৰে। সকলোখিনি কথা মোৰ স্পষ্টকৈ মনত আছে। কি ধৰণে মই ঘটনাৰ বিবৰণী উপস্থাপিত কৰিছিলো তাকো মনত পৰে। মোৰ স্বামী যে সম্পূৰ্ণৰূপে নিৰুদ্বিগ্ন আছিল, সেই কথাও মোৰ ভালকৈ মনত আছে। সেই ধৰণে বিশ্লেষণ কৰিলে সীমাই আমাৰ যুগ্মজীৱনৰ কোনো ঘটনাৰ কাৰণে মন বেয়া কৰিবলগীয়া একো নাই যেন লাগে। যদি অন্য কাৰণে মনটো ভাল নালাগে তাক অৱশ্যে বিচাৰ কৰি উলিয়াব লাগিব। মোৰ অনুসন্ধিৎসু মনটো কাৰ্য্য কাৰণৰ অন্বেষণত আকৌ এবাৰ ব্যস্ত হৈ পৰিল।

স্কুলখন ঘৰৰ ওচৰত হোৱা কাৰণে ইহঁতৰ স্কুললৈ অহা যোৱা কৰাত বিশেষ অসুবিধা হোৱা নাই। ফুটফুটীয়া ৰঙা ফ্ৰকটো পিন্ধি ভণ্টী পখিলা উৰাদি উৰি গুচি গল। মই বাটৰ মূৰলৈ ওলাই গৈ তাই নেদেখা হোৱালৈকে চাই থাকিলো। কেকুৰীটো পাৰ হলেই স্কুলখন। ৰাস্তাৰ যান-বাহনৰ কাৰণে মনটোৱে কেতিয়াবা তুক তুক কৰে। ভণ্টী পিছে খুব সাৱধান। ফুটপাথৰ ওপৰেদি অহা-যোৱা কৰে। তাই বৰং সীমাক বহুত সময়ত সাৱধান কৰি দিয়া বুলি কয়। সমনীয়া ছোৱালীবোৰৰ অন্যমনস্কতাক তাই কেতিয়াবা সতৰ্ক কৰি দিয়ে। তাই বেচ প্ৰগলভ। সিহঁতৰ মাজত হোৱা আলোচনাবোৰৰ এটা খতিয়ান ডাঙি ধৰাটো তাইৰ স্বভাৱ হৈ গৈছে। তাইৰ তুলনাত সীমাই কম কথা কয়। অল্পভাষী কিন্তু মৃদুভাষী। সৰ্ব্বসাধাৰণৰ মতে প্ৰথম সন্তানটো হেনো কিছু অজলা হয়। অন্ততঃ কেইটামান বছৰ অকলসৰে ডাঙৰ হয় কাৰণেই কিজানি সিমান চালাক নহয়। মাক দেউতাকৰ স্নেহো হয়তো এটা কাৰণ হব পাৰে। কিন্তু ব্যৱধান থাকে। প্ৰণীতাৰ ডাঙৰ ল'ৰাটো সকলো পৰাই ভয়ানক চালাক। মাক-দেউতাকৰ দৰে দুষ্টবুদ্ধিৰে পাক খোৱা। অথচ দেখিলে ধৰিব নোৱাৰি। জিনৰ প্ৰভাৱৰ পৰা কেনেকৈ হাত সাৰিব। যি জীৱকোষৰ দ্বাৰা মাক-বাপেক তৈয়াৰ হৈছে সেই একে মৌলিক বস্তুৰে পিছৰ পুৰুষ নামিছে। মাক-বাপেকৰ গুণবাজি তাৰ শৰীৰতো প্ৰবেশ কৰিছে। পৰিণত বয়সত সেইবোৰ গুণেই তাৰ ওপৰত প্ৰভাৱ

বিস্তাৰ কৰিব। এটি এটিকৈ প্ৰতি ভাত হব তাৰ ওপৰত সামগ্ৰীকভাৱে। মদাৰ গছত নাহৰ ফুলিব নোৱাৰে। বিষবৃক্ষৰ ফল অমৃতা হব নোৱাৰে।

সীমা স্কুলৈ নগ'ল। গাটো যে ভাল লগা নাই তাৰ প্ৰত্যক্ষ কাৰণ মোৰ চকুত ধৰা পৰা নাই। পঢ়া টেবুলখনৰ ওপৰতে কিতাপ পত্ৰবোৰ কিছু সময় শিৰিকি বিদাৰি থকা মই দেখিছিলো। কিছু সময় পাঠত মনযোগ দিয়াৰ দৰে লাগিছিল। তাইৰ পঢ়া মেজখন বৰ পৰিপাটি। একেকেইখন কিতাপকে কেইবাবাৰো সজাই পৰাই ধুনীয়াকৈ ৰাখে। সকলো কামতে তাইৰ এটা চকুত পৰা শৃঙ্খলতা আছে। বয়সৰ তুলনাত শৃঙ্খলাৰ বোধটো অস্বাভাবিক যেনেই লাগে। এটা সংযত মনৰ ছবি। কৃষ্ণচুড়াৰ এটা যৌগিক পাত বহী এখনৰ মাজত সুমুৱাই এঠা লগাই থলে। এখন চানেকী তৈয়াৰ কৰিছে। বিভিন্ন ফুল আৰু পাতৰ এখন এলবাম্। মাজে সময়ে মোক আৰু উন্নত কৰিব পাৰি নেকি সোধে। অঙ্ক কৰিবলৈ ভাল নাপায়। বিষয়টো তাইৰ টান লাগে। এটা পুখুৰীৰ প্ৰতিটো পাৰতে যদি চাৰিজোপাকৈ ফুল থাকে আৰু তাৰে এজোপাকৈ পুখুৰীৰ প্ৰতিটো চুকত থাকে, পুখুৰীৰ পাৰত মুঠতে কিমানজোপা ফুল আছে তাই হিচাব কৰি উলিয়াব নোৱাৰে। উত্তৰ পাবলৈ কিবা ফৰ্মুলা প্ৰয়োগ কৰিব পাৰি নেকি মোক সোধে। তাইৰ মতে অঙ্কটো নিমিলে। উত্তৰটো ভুল বুলি কব খোজে। তাই সৰু ছোৱালী। বুজিব নোৱাৰে যে জীৱনৰ সৈতে মুখামুখী হোৱা বহুত অঙ্কৰ উত্তৰ নিমিলে। মোৰ জীৱনৰ বহুতবোৰ অঙ্কৰ উত্তৰ ভুল। আচলতে অঙ্ক কৰাৰ পদ্ধতি আহৰণ কৰোতে মোৰ ভুল হৈছে। তাইৰো ভুল লাগে। মোৰ দৰে যদি তাইৰো জীৱনৰ অঙ্কবোৰ ভুল হৈ যায় মই সহ্য কৰা টান হব। উত্তৰবোৰ ভুল হোৱা কাৰণে মই মানসিকভাৱে ক্লান্ত হৈছো। ভুল উত্তৰবোৰে মোক বাৰে বাৰে আঘাত কৰে। আঘাতৰ পৰা মোৰ বেদনাৰ সৃষ্টি হয়। বেদনাই মোক বিব্ৰত কৰে। মই দুৰ্ব্বল বোধ কৰো। মই ভাৰসাম্য হেৰুৱাৰ খোজো। ফলত ভুল বেছিকৈ কৰো। এটা অসহায়ৰ ভাবে মোৰ মনত স্থিতি লাভ কৰে। এটা দীৰ্ঘম্যাদি জীৱনৰ প্ৰতিটো দিন

আঘাত সহি সহি মোৰ মনটোৱে হাহাকাৰ কৰি উঠে। ইহকাল পৰকালৰ চিন্তাত জৰ্জৰিত হওঁ। অথচ মোৰ মনৰ বেদনা নিৰীক্ষণ কৰিবলৈ মোৰ কোনো নিকট আত্মীয় নাই, কোনো সুহৃদ নাই। এনেকি স্বয়ং ভগৱানেও মোক লৈ চলনা কৰাৰ দৰে লাগে। ইমান-বোৰ তৰাৰ ইন্দ্ৰজাল। কাৰো কতো আউল লগা নাই। সৃষ্টিৰ আদিৰে পৰা এখন অনন্ত আকাশ ৰচনা কৰি তৰাবোৰৰ মুকুতাৰ দৰে সজাই থৈছে। সিহঁতে কোনো বেদনা বোধ কৰা নাই। জ্যোতি বিলাই বিলাই আৰু জোতিষ্মান হৈছে। মাথো ঠাই পোৱা নাই পলীযা-তৰাবোৰে। কাৰোবাৰ অভিশাপৰ বলি হৈ জীৱনৰ জিৰণি হেৰুৱাইছে। কোনেও আশ্ৰয় নিদিয়ে। খহি খহি পৰে। অকনমান মৰম, অলপ আশা, জীযাই থকাৰ সামান্যকন আশা লৈ বেচেৰাহঁতে কতকাল কষ্ট সহ্য কৰিছে তাৰ হিচাব নাই। সিহঁতক কোনেও আকৰ্ষণ নকৰে, মাথো বিকৰ্ষণ কৰে। পৃথিবীৰ কেন্দ্ৰলৈ নামি যাব খোজে। নৰকগামী গতি। চঞ্চল, অতি চঞ্চল আবৰ্ত্তন। কতো শান্তি নাই। তৰণি বিহীন জীৱনৰ জ্বালাত সিহঁতো দগ্ধ। এদিন বিলীন হৈ যাব তাৰ অনুপৰমাণুলৈ। হযতো বা এটা চিন নোহোৱা ভিন্নশক্তিলৈ। হযতো সিহঁতেও বিচাৰে নিজৰ ৰূপৰ প্ৰতিবিম্বৰ কথা। কোনোবা দাপোনত প্ৰতিফলিত কৰিব খোজে সিহঁতৰ ৰূপৰেখা। সিহঁতৰ আৰু মোৰ জীৱন ছন্দৰ মাজত কিমান মিল। মোৰো জীৱাই থকাৰ এটা মায়া আছে। পৃথিবীৰ প্ৰতি এটা মোহ উপজিছে। মোহত অন্ধ হৈ জীৱনৰ গধুৰ বোজা কঢ়িযাই আছো। মোৰ ভাগৰ লাগে। কিন্তু মায়াই মোক চঞ্চল কৰে। জীৱনৰ এটা অৰ্থবোধ জগাব খোজে। মযো বাচি থাকিব খোজো। বাচি থকাৰ মাধ্যম হৈছে নিজৰ স্বকীয় ৰূপত যি ৰূপৰ প্ৰতিবিম্ব চাই মই যন্ত্ৰণা পাহৰিব পাৰো, গ্লানিৰ হাত সাৰিব পাৰো। মানুহৰ সমাজত এটা স্থান আৰু মানলৈ জীয়াই থকাৰ মোৰ দুৰ্ব্বাৰ হেঁপাহ। এই পৰিকল্পনাক বাস্তৱত মই ৰূপ দিব পৰা নাই। মই কেৱল আঘাতকে পাইছোঁ। মোৰ মন ভাঙি যাব খোজে। দুৰ্ব্বলতাৰ নগ্ন মন এটাই সময়ে সময়ে আত্মপ্ৰকাশ

কৰিব খোজে। মই এটুকুৰা নকশহীৰা বুলি মানুহে ভাবে। এটা তেজমঙহৰ স্তুপ বুলি ভাবে। মোক মানুহে হাঁহে, উপলুঙা কৰে। মানুহৰ শোৱনীৰ কোঠাৰ ৰম্যকথাৰ এটা আলোচ্য বিষয়। সমবেদনা-বিহীন পৃথিৱীখন কেতিয়াবা মোৰ বৰ কুৎসিত লাগে। এটা নতুন অধ্যায় আৰম্ভ হৈছে। এই অধ্যায়ে মোৰ জীবনৰ উত্থান আৰু পতনৰ এটা সীমাৰেখা হব। মোৰ শৰীৰ আৰু মনৰ দৃঢ়তা লৈ ইয়াক আহ্বান কৰিছোঁ। মই হয়তো আৰু সুদৃঢ় হোৱাৰ প্ৰয়োজন আছে।

## চাৰি

সীমা বাথৰুমত সোমাইছে। এই সময়তে মোৰ ক্ষতবক্ষৰ দাগটো পৰীক্ষা কৰি চাব লাগিব। শাৰীৰিক বেদনা মই পাইছো কিন্তু মানসিকভাবে মই এই বেদনা কামনা কৰিছো। এই বেদনা মই হয়তো ভালেমান দিন বহন কৰিব লাগিব। এটা সময়ত এই বেদনা আৰু তীব্ৰ হব। তাকো মই বহন কৰিবলৈ সাজু আছো। মান-সিক যন্ত্ৰণাৰ উপশম কৰিবলৈ 'শাৰীৰিক যি কোনো যন্ত্ৰণাকে মই গ্ৰহণ কৰিবলৈ সাজু আছো। আপেলৰ দাগ কেইটাৰ প্ৰতিচ্ছবি মোৰ সুদোল ভুবুকুৰ গিৰিপথত স্পষ্টকৈ জিলিকি আছে। ৰক্তাভ দাগ কেইটা সামান্য পৰিমাণে ক'লা হব ধৰিছে। হিমগ্লোবিনত থকা লোৰ কণিকাবোৰ নিশ্চয় অন্তৰ্জাৰন প্ৰক্ৰিয়াত দগ্ধ হৈছে। কুৰীৰ স্ফটিকৰ দাৰে দাগ কেইটা সামান্যভাবে কাষ চাপি অহা যেন লাগিছে। আপেলটোৰ দাগ কেইটা শেষ হোৱাৰ লগে লগে শেষ হব লাগে। যদি দাগ কেইটা শুকাবলৈ সময় লয়। আপেলটো জানো সিমান দিন থাকিব? ইয়াত কোনো প্ৰশ্ন উঠিব নোৱাৰে। থাকিব লাগিব। নাথাকিলে মোৰ ব্ৰত ভঙ্গ হব। ব্ৰত ভঙ্গ হলে মোৰ বাঞ্ছিত ফল লাভ নহব।

অকলে মোৰ আপেল খাবলৈ বৰ বেয়া লাগে। সীমাই আপেল খাবলৈ বেয়া পায়। ভণ্টীয়ে সকলো ফলকে খাই ভাল পায়। সদায় আপেল কিনি খুৱাবলৈ চিন্তা কৰিব লাগে। হিচাব কৰি পোৱা টকাৰে মানুহটোৰ সকলো খৰছ চলাব লাগে। প্ৰতিটো পইচাৰে হিচাব মতে খৰছ বৰিবলগীয়া হয়। হিচাব-নিকাচ কৰোতেই জীৱনৰ আধাদিন গ'ল। অথচ হিচাবো মিলি অহা নাই। নিমিলা হিচাব মিলাবলৈ বহুত যোগ-বিয়োগ, পূৰণ-হৰণ কৰিব লাগে। বহুতৰ আকৌ নিমিলা হিচাব ঠিক ঠিক মিলি যায় বৰং হাতত বাকী থাকে। মানবেন্দ্ৰ প্ৰণীতাৰ হিচাব সদায় মিলি আহিছে। সঠিক উত্তৰ ওলাইছে আৰু হাতত বাকীও আছে। ভাগফল আৰু ভাজকক পূৰণ কৰিলেও মিলে যোগ কৰিলেও মিলে অথচ বিয়োগ কৰাৰ কোনো দৰকাৰ হোৱা নাই। প্ৰণীতাৰ ঘৰ-দুৱাৰ, গাড়ীবাড়ী সকলোকে হিচাব সম্পূৰ্ণ ৰূপে মিলি গৈছে। টকা পইচাৰ শুকান মোনা মানবেন্দ্ৰৰ টকাৰ মোনাত শকত হৈ পৰে। সেই শকত মোনা আৰু শুকায়। মানবেন্দ্ৰৰ থকা খোৱা, যুৰা চকা, কাম কাজ সকলোতে এটা বিশেষ ষ্টেণ্ডাৰ্ড আছে। সেই ষ্টাণ্ডাৰ্ড আমাতকৈ বহুত ওপৰত। সাজে পোচাকে, স্বাস্থ্যই পাতিয়ে প্ৰণীতাৰ ল'ৰাকেইটা জিলিকি থাকে। অথচ একে পৰ্য্যায়ৰে চাকৰীয়াল এওঁ একো কৰিব পৰা নাই। কিন্তু কিয় পৰা নাই? পিছে দুৰ্নীতিৰো এটা সীমা থকা ভাল। প্ৰণীতাই বোধহয় নাজানে যে তথাকথিত ষ্টাণ্ডাৰ্ডৰ দ্বাৰা মানুহ সমাজত নিজিলিকে। নৈতিকতাৰ এটা উৰ্দ্ধত আৰু যোগ্যতাৰ মানদণ্ডৰ ওপৰতহে মানুহ জিলিকে। মানবেন্দ্ৰৰ চৰিত্ৰৰ লগত কেবল ল ৰা-ছোৱালীৰে মিল নাই, মিল প্ৰণীতাৰো আছে। অহঙ্কাৰৰ এটা মাত্ৰা থকা ভাল। দিনবোৰ সকলোৰে সকলো সময়তে একে ধৰণে নাযায়। এইটো এটা নিয়ম। ঘূৰি থকা চকাৰ দৰে।

আপনাৰ ওচৰত আঠু লৈ ভগৱানক আকৌ এবাৰ প্ৰাৰ্থনা জনালো। মোৰ মানসিক ৰোগ উপশম কৰাৰ কাৰণে প্ৰণিপাত জনালো। চকুদুটা মুদি যেতিয়া মই সত্যনাৰায়ণৰ প্ৰতিকৃতিৰ বিষয়ে

কল্পনা কৰো, সেই শুভ্ৰ বস্ত্ৰ পৰিধৃত পুৰুষাকাৰক সাক্ষাৎ কৰা যেন লাগে। অস্পষ্ট হলেও মই যেন সেই জ্যোতিষ্মানৰ মূৰ্ত্তি দেখা পাওঁ। ধাৰণা হয় মোৰ আৰাধ্য দেৱতা যেন সুপ্ৰসন্ন হৈছে। এক বিৰাট শক্তিৰ ৰূপ কল্পনা কৰি বাকী সময়খিনি সাধনাত ব্ৰতী হৈ থাকিব লাগিব। শাৰীৰিক আৰু মানসিক প্ৰস্তুতিৰ লগতে দিনবাৰ, সময় ক্ষণ, তিথি, নক্ষত্ৰ সকলো মিলিছে। এই পৰম পবিত্ৰক্ষনৰ এটা বিশেষ সময় ৰচিত হৈছে। এই সময়ৰ লগ্নত মোৰ জন্মলগ্নৰ মিল হৈছে নে নাই নাজানো। কিন্তু মোৰ অন্তৰাত্মাই এই লগ্নক নিৰ্দ্দেশ কৰা যেন লাগে। মই ফলৱতী হম যেন লাগে। এই প্ৰবোধ মনটোৱে মানি লৈছে। এই প্ৰবোধেই সম্প্ৰতি মোৰ অবলম্বন। মোৰ হৃদয়ৰ কোনোবাখিনিত এটা ব্যথা অনুভৱ কৰো। কত ৰজনী মোৰ বিনিদ্ৰ ৰজনী হ'ল কিমান আশা ভৰসা নিৰাশাৰ মাৰ্ত্তণ্ডৰ সৈতে মিলি গ'ল, কিমানবোৰ পৰিকল্পনা মোৰ মন সাগৰৰ জোৱাৰত বিলীন হ'ল তাৰ হিচাব লবলৈ মোৰ কোনো সাক্ষী নাই। মোৰ ব্যথা আৰু নৈৰাশ্যৰ ধ্বনিয়ে পৃথিৱীৰ কাৰো অন্তৰত প্ৰতিধ্বনি তোলা নাই। করুণাৰে ভৰা এখন শতধাবিদীৰ্ণ অন্তৰ লৈ জীৱনৰ বাটত মই আজি খুব অকলশৰীয়া অনুভৱ কৰিছোঁ। কোনোৱে মোৰ কাষত আশ্ৰয় হৈ থিয় দিয়া নাই। যিজনৰ লগত মোৰ এখন নিজৰ সংসাৰ ৰচনা কৰাৰ সপোন দেখিছিলো, সেইজন নিৰ্ব্বিকাৰ, নিৰুদ্বেগ শিলাখণ্ডৰ দৰে। কোনো কথাতেই গুৰুত্ব দিয়া নাই। আঘাতবোৰ আঘাত হিচাবে লোৱা নাই। এই মানুহজনৰ সুখ আৰু দুঃখৰ কল্পনা একে ধৰাৰ। কোনো আশা নাই। কোনো হতাশাও নাই। জীৱনটোৰ কোনো ৰঙীন সপোন নাই। উন্নতি অৱনতিৰ কোনো বিভেদ কল্পনা নাই। যন্ত্ৰ চালিতৰ দৰে।

ভাত-পানী খাই উঠি কেতিয়া যে বিচনাত আশ্ৰয় লৈছো মনত নপৰে। অন্যমনস্কভাৱে কামবোৰ শেষ কৰি মোৰ শান্তিৰ আশ্ৰয় স্থান বিচনাখন লোৱা মোৰ ভালকৈ মনত নপৰে। ময়না মোৰ বুকুৰ মাজতে লাস কাস দি শুই আছে। সীমান্তজনীয়ে যে মোৰ গাতে গা

লগাই শুই আছে সেই কথাও মই নাজানো। সীমাৰ বাওঁ হাতখন মোৰ গাৰ তলত আৰু সোঁহাতখন মোৰ বকালত থোৱা আছে। তিনিটা প্ৰাণী এটা হৈ পৰি আছো। প্ৰাণত এটা তান অনুভব কৰিলো। সাৰ পাযে দুয়োজনীৰে কপালত এটা এটা চুমা খাই উঠি আহিলো। আগফালৰ বাৰান্দাত ৰমলাৰ মাকক থিয হৈ থকা দেখিলো। কেতিযাবাই আহিছে নেকি সুধিলো। এবাৰ লগ পাম বুলি মযো ভাবিছিলো। ভৰা কথাটো ইমান সুন্দৰকৈ মিলি যোৱাত অলপ ভালো লাগিল। মোৰ ভাবনাৰ গতিযে হযতো তেখেতৰ মনৰ পৰ্দাত এটা ঢৌ তুলিছিল। ঢৌটো তেখেতে চিনাক্ত কৰোতে কোনো অসুবিধা পোৱা নাছিল। হিচাবমতে ৰমলাৰ মাক আজি আহিব পৰাকৈ সময নাছিল। এনেও হব পাৰে বাবাই কিজানি মোকে মাতি পঠিযাইছে। মই আকৌ এটা মৃদু সিহৰণ অনুভব কৰিলো। মোক এতিযা মতাৰ বিশেষ কাৰণ থাকিব নালাগে। আজি আন আন যাত্ৰীৰ সাক্ষাৎ কৰাৰ কথা। ৰমলাৰ দূৰ সম্পৰ্কীয মাহীযেক এজনী কালিযে অহা বুলি শুনিছো। তেখেতৰ অৱস্থাও প্ৰায় মোৰ দৰেই। প্ৰথম সন্তানটো লৰাই আছিল, কিন্তু সৰহদিন বাচি নাথাকিল। দুমাহমান পাছতে পৃথিৱীৰ পৰা বিদায ললে। তাৰ পাছত একেৰাহে তিনিজনী ছোৱালী। বাবাক এবাৰ লগ পাব খোজে। কিবা তাবিজ কবচ বা নীতিৰ কথা সুধিব খোজে। হযতো কিবা বিশেষ প্ৰয়োজন হবও পাৰে। তেখেতক মই শোৱা কমলৈকে লৈ গলো। চাহ একাপ খোৱাৰ মোৰো খুব ইচ্ছা হৈছিল। চাহ খাই থাকোতেই কলে বাবা বোলে কাইলৈ পুবাতে ৰবদলনীলৈ যাব। তাত এখন আশ্ৰম আছে। বহুত যাত্ৰীযে বাবাৰ কাৰণে তাতে অপেক্ষা কৰিছে। ৰেলতে যাব বুলি কলে। ৰেল পিছে ছযবজাতে যায বোলে। মানবেন্দ্ৰক গাড়ীখনৰ কাৰণে কব লাগে, লিফট এটা দিযাৰ কাৰণে। প্ৰস্তাবটো শুনি ভিতৰি ভিতৰি মোৰ খং উঠিছিল। সংযত হোৱাত বাহিৰে কোনো উপায় নাছিল। যিজন মানুহে মোক প্ৰবঞ্চনা কৰিলে, যিজন মানুহে মোৰ প্ৰতি অবিচাৰ কৰিলে সেইজন মানুহক মই

গাড়ীখনৰ কথা কেনেকৈ কম। এজন অহঙ্কাৰী আৰু কুচৰিত্ৰবান মানুহক মই এই অনুৰোধ কৰিব নোৱাৰো। মোৰ মানসিক অশান্তিত যিজনে বৰঙণি যোগাইছে তেওঁক মই গাড়ীখনৰ বাবে অনুৰোধ কৰা মানে মই নিজকে আৰু দুৰ্ব্বল কৰা হব। গাড়ী এবাৰ সময়ত ৰেলৰ সমূহ যাত্ৰীয়ে খোজকাঢ়ি, ৰিক্সা আদিত আহে। গাড়ীত উঠি অহা লোকৰ সংখ্যা কম। মিছা আবদাৰক মই প্ৰশ্ৰয় দিব নোৱাৰিম। কথাটো হয়তো এওঁৰ জৰিয়তে কোৱাব বিচাৰিছে। কিন্তু এওঁক মই সেই অনুৰোধ কৰা মানে মানুহজনক আৰু কিছু সন্মান লাঘব কৰিবলৈ কোৱা হব। মই কাল মানবেন্দ্ৰই গাড়ীখন দিব। কিন্তু মানবেন্দ্ৰই মোৰ ওপৰত এটা প্ৰশ্নসূচক দৃষ্টিৰে চাব। এই বিষয়ে মোৰ মুৰৰ বিষ কিয় তুলিব লগা হ'ল তাৰ বাবে এটা প্ৰশ্নবোধক দৃষ্টি মোৰ ওপৰত নিক্ষেপ কৰিব। তাৰোপৰি মানবেন্দ্ৰক গাড়ীৰ কথা কবলৈ গ'লে এওঁৰে বা কি ধৰণে লব। উত্তৰটো কি ধৰণে দিয়া হব সেই বিষয়ে মই কিছু চিন্তাত পৰিলো। মানবেন্দ্ৰক গাড়ীৰ কাৰণে দুই এবাৰ অনুৰোধ যে মুঠে কৰা নাই এনে নহয়। কামাখ্যা, বশীষ্ঠ আদিলৈ যাওঁতে মানবেন্দ্ৰই আমাক লিফট দিছে। নিজেই ড্ৰাইভ কৰি লৈ গৈছে। মোৰ হয়তো ভুল হব পাৰে কব নোৱাৰো। মানবেন্দ্ৰৰ মোৰ প্ৰতি কথাবাৰ্তাত অকনমান হলেও দুৰ্ব্বলতা আছে। কথা-বতৰাত কোনো ইঙ্গিত অৱশ্যে মই পোৱা নাই বা ইঙ্গিত গ্ৰহণ কৰিবলৈ মই অপাৰগ হৈছো। সৰু সৰু লৰাছোৱালী হোৱা গাড়ীৰ ফ্ৰণ্ট চিটত বহা ভাল নহয়। মই আটাইকেইবাৰ ফ্ৰণ্ট চিটত মানবেন্দ্ৰৰ লগত একেলগে চেবা-চোবকৈ বহি গৈছো। কোনো অশালীন ভাব বা ভাষা প্ৰয়োগ কৰা নাছিল। হয়তো প্ৰভাব বিস্তাৰ কৰাৰ ইয়ো এটা অভিনব পদ্ধতি, কিন্তু প্ৰকাশ নকৰিলে মানুহৰ মনৰ ধাৰণা চিনি পাবলৈ কষ্ট হয়। নানা গল্প কৰে। মন ভৰাই ৰাখিব পৰা বহুত সাধু, বহুত কাহিনী জানে। কয়, আমনি বোধ নকৰে। হঠাৎ যদি কেতিয়াবা গাত গাটো লাগি যায় অলপ সিহঁৰণ অনুভৱ কৰো, মনৰ দুৱাৰৰ পৰ্দাত এটা মৃদু কঁপনি অনুভৱ কৰো।

অলপমান লাজ আৰু মিঠা আমেজৰ প্ৰবাহ বিজুলি বেগেৰে বৈ যায়। মানুহজনৰ মন জয় কৰিব পৰা গুণ আছে। সান্নিধ্য ভাল লাগে। ভালপগাৰ পৰা পুৰুষোচিত গুণ আছে। এওঁৰ লগত এটা পার্থক্য তৎক্ষণাত চকুত পৰিব। মতা মানুহৰ এটা নিজস্ব স্বৰূপ থাকিব লাগে। মতা মানুহ-মাইকী মানুহৰ দৰে মিহি বা লাহী হলে ভাল নালাগে। কিন্তু প্ৰসঙ্গটো কি ভাবে উল্লেখ কৰিম। গাড়ীখনৰ কথা কবলৈ হয়তো দীঘল পাতনিৰ প্ৰয়োজন হব। সঠিক উত্তৰ এটা দিদি চেষ্টা কৰি চাম বুলি বমলাৰ মাকক এটা আশ্বাস দিলো। কি ভাবিলে একো কব নোৱাৰিলো। বিশেষ একো মতামত নিদিলে। চকুৰ ভাষাত কিবা এটা সোধাৰ ইঙ্গিত মই দেখা পালো। কিবা কব খুজিও যেন নকলে। প্ৰসঙ্গটো সলনি কৰিবলৈ যত্ন কৰা মোৰ চকুত ধৰা পৰিল। কি কব বিচাৰিছিল সেই কথা জনাৰ কাৰণে মই আগ্ৰহশীল। দুৰ্ব্বলতা কৰবাত ধৰা পৰে বুলি মই সাবধান হৈ গলো। বুকুখন কপি উঠা যেন লাগিল। কিবা যেন গোপনীয় কথা এটা কব খুজিও নকলে। এটা ভাল নলগা নীৰবতা কিছু সময়ৰ কাৰণে বিৰাজ কৰিলে। পৰিস্থিতিটো সলনি কৰিবলৈ বুলি মই উঠিলো। শুই থকা প্ৰাণীতুটাক চাই আহো বুলি কলো। আচলতে প্ৰয়োজন যে নাছিল তেনে নহয়। যোৱা তুদিন ধৰি চিন্তাই মোক জৰ্জৰিত কৰিছে। চিন্তাৰ তাণ্ডব নৃত্যই মোক মুকলি পথাৰৰ ধুমুহাত আক্ৰান্ত বৃক্ষৰ দৰে কৰিছে। বাৰে বাৰে ঠেকা খাই খাই মই উভাৰি পৰাৰ দৰে হৈছো। মোৰ হৃদয়ৰ কলবাৰে কাৰো অন্তৰ স্পৰ্শ নকৰে। মই ধৈৰ্য্যৰ শেষ সীমাত উপনীত হৈছো। জীৱনব্যাপী ধৈৰ্য্য ধৰাৰ যি অগ্নি পৰীক্ষা সেই কঠিন পৰীক্ষাৰ মই সন্মুখীন হৈছো। সহি সহি মই অগ্নিসহ হবলৈ বাধ্য হৈছো। শ্ৰান্ত দেহেৰে ক্লান্ত মনেৰে মন সামাজিকৰ অনুৰ্ব্বৰ পৰিকল্পনা কৰি থাকোতেই জীৱনৰ উৎকৃষ্ট সময়চোৱা অতিবাহিত হ'ল। কি বিচাৰি কি পালো। বৃথাতে এটা অফলপ্ৰসু জীৱনৰ সৃষ্টি হল। পাপ পুণ্য, পৰজন্ম, পূৰ্ব্বজন্মত বিশ্বাস নথকা জীৱ এটাৰ ওপৰত এইবোৰৰ প্ৰভাৱ ক্ৰমান্বয়ে পৰিব ধৰিছে।

লাহে লাহে মোৰ বিবেকেৰ ৰূপ সলনি কৰিছে। যৌৱন কালৰ বিবেকটো যেন ক্ৰমে ক্ৰমে প্ৰৌঢ় হবলৈ যত্ন কৰিছে। কিমান পৰিবৰ্ত্তন। কি পাপৰ ফলত বা কাৰ পাপৰ ফলত মই পৃথিৱীৰ পোহৰ দেখা পালো কব নোৱাৰো। কিহৰ প্ৰভাবে এই ৰংচঙীয়া পৃথিৱীখনৰ প্ৰতি মায়াৰ সঞ্চাৰ কৰি উন্মাদ কৰিলে কব নোৱাৰো। বিজ্ঞানত ডেষ্টিনি বুলি সৰ্ব্ববিদিত বা সৰ্ব্বসন্মত তথ্য থকা মোৰ জ্ঞানৰ বাহিৰত। কোনো এটা কাৰ্য্য হবলৈ হলে তাৰ কাৰণ থাকিব লাগে। ক্ৰিয়া সম্পাদন হলে ফলৰ সৃষ্টি হয়। এই মত কেবল বিজ্ঞানৰে নহয়, আধ্যাত্মিকতাবাদৰো। আধ্যাত্মিকতাৰ মতে কুকামৰ ফল সুফল নহয় আৰু সুফলৰ কাৰণে সৎকাম নিষ্কামভাবে কৰিব লাগে। ধৰ্মনীতি, কৰ্মনীতি, সমাজনীতি, অৰ্থনীতি আদিতো প্ৰযোজ্য। কাম কৰিলে ফল লাভ হয। কাম কৰৰ স্বাধীনতা আছে কিন্তু মৌলিক অধিকাৰৰ কোনো দাবী থাকিব নোৱাৰে ই কি বাদ হব পাৰে? এই কথাত মোৰ মনে সংঘাত বোধ কৰে। বিবেকে কোনো সঠিক ইঙ্গিত বা পথ নিৰ্দ্দেশ কৰিব নোৱাৰে। মই এজনী বিজ্ঞানৰ ছাত্ৰী হিচাবে ইযাৰ মূলনীতি নিৰ্দ্ধাৰণ কৰিবলৈ অক্ষম হৈ পৰো। ফল আশা নকৰাকৈ কাম কৰিবলৈ মনটোৱে দ্বিধা বোধ কৰে। পৰাজয বৰণ কৰাৰ দৰে লাগে। পৰাজয বৰণ কৰাটো হীনমন্যতা বুলি মোৰ ধাৰণা হয। পৰাজযৰ গ্লানি মই কোনো দিনেই বৰণ কৰিব নোৱাৰিম। জীৱনৰ শেষ মুহূৰ্ত্তলৈকে মই বাট চাম হেজাৰ সংঘাতৰ সন্মুখীন হৈযো। কিন্তু পৰাজয় স্বীকাৰ কৰাৰ নিচিনা এটা পাপ কাম কৰিলে বিবেকক আঘাত কৰি বিকাৰগ্ৰস্ত হম।

ময়নাক কোলাত লৈ চুমা এটা খালো। সীমাজনীক গালৈ টানি আনিলো। সিহঁতৰ প্ৰতি মোৰ আকৰ্ষণটো আজি বঢ়া যেন লাগিছে। দুৰ্ব্বলতা নেকি এটা সন্দেহো হৈছে। দুৰ্ব্বল হলে ভাগে। মই সবল হব লাগিব আৰু অধিকতৰ সবল হবৰ কাৰণে মনক প্ৰস্তুত কৰিব লাগিব। খোৱা টেবুললৈকে মই আকৌ উভতি আহিলো। সীমাকো আহিবলৈ কলো। সীমাই কিন্তু আহিবলৈ ইচ্ছা প্ৰকাশ নকৰিলে। বমলাৰ

মাকক দেখি সঙ্কোচ কৰা যেন লাগিল। ৰমলাৰ মাকক তাই আইতা বুলিয়ে মাতে । সঙ্কোচ কৰাৰ কোনো প্ৰত্যক্ষ কাৰণ থাকিব নালাগে। মোৰ সন্দিহান মনটো সচেতন আৰু অধিক অনুসন্ধিৎসু হৈ পৰে।

ৰমলাৰ মাকে গাড়ীখনৰ বিষয়ে আকৌ এবাৰ উল্লেখ কৰি যাবলৈ ওলাল। পেটে পেটে মই ভালেই পালো। আলোচনা প্ৰসঙ্গত কিবা কথা কটা-কটি কৰিব লগীয়াত পৰো। এটা অনিশ্চিত আতুকলীয়া পৰিস্থিতিৰ কিছু সময়ৰ কাৰণে শাম কাটিব। এবাৰ দেখা কৰিলে বাবাই ভাল পাব বুলি কৈ গ'ল। সন্ধিয়াতে যাবলৈ কলে। সন্ধিয়া সময়ত যাত্ৰীৰ ভিৰ কম থাকে। আকৌ এটা মৃদু অথচ চিত্ত চঞ্চল কৰা আলোড়নে মনটো জোকাৰি দিলে। কিবা পৰিস্থিতিৰ সন্মুখীন হব লাগে। সন্ধিয়া মানে এন্ধাৰ হোৱাৰ পাছত। এওঁ সোনকালে উভতি আহিলে ইহঁতকেইটাক এৰি যাবলৈ সুবিধা হয। বাবাৰ প্ৰসাদ আৰু আশীৰ্ব্বাদ গ্ৰহণ কৰাটো এওঁ বা কি ধৰণে লৈছে। সহজ সৰল মানুহ। এইবোৰ চিন্তা কৰি সময় নষ্ট নকৰে যেন লাগে। হলেও সন্দেহ হয। ভাবি সামান্যভাবে লাজো লাগিল। অথচ লাজ, অপমান, পৰাজয, গ্লানি শব্দবোৰে দুৰ্ব্বলতা প্ৰকাশ কৰে। দুৰ্ব্বলতা হৈছে জীৱন যুদ্ধৰ প্ৰথম আৰু প্ৰধান শত্ৰু। মোৰ জীৱন নীতিৰ মূলমন্ত্ৰ হৈছে কাৰ্য্য সাধন। নেতিবাচক কথাৰ এতিয়া আৰু চিন্তা কৰাৰ সময় নাই। যি কোনো এটা ব্যৱস্থা কৰি যাবই লাগিব। পোৱা নোপোৱাৰ যিবোৰ বেদনাই মোক সৰ্ব্বক্ষণ আঘাত হানি আছে তাৰ তুলনাত এইবোৰ পৰিস্থিতি কম কষ্টদাযক আৰু সামযিক। দহ বছৰ পাছত যিটো মই পোৱাৰ অযোগ্য আৰু কাইলৈযো পোৱা টান তাক মই নেওচা অনুচিত হ'ব ।

ৰমলাৰ মাক যোৱাৰ পাছত সীমাজনী কিছু স্বাভাবিক হোৱা যেন লাগিল। ময়নাৰ লগত উমলি সামান্য পাতল হৈছে। পখিলাৰ দৰে হোৱা হলে মোৰ মানসিক যন্ত্ৰণা আৰু কমিলহেঁতেন। ভণ্টী নাচি বাগি উবি আহিল। ঘৰখনৰ সজীৱতাৰ তাই সহাযক হ'ব। তাইৰ

তেজৰ আঁহবোৰত বুদ্ধিত চিকৃমিকনি মোৰ চকুত স্পষ্টভাবে ধৰা পৰে। তাইৰ কথা বতাৰা, কামকাজবোৰ নিৰীক্ষণ কৰিলে অতীতৰ কিছু স্মৃতি মোৰ মনৰ দাপোনত জিলিকি উঠে। সুখৰ অনুভূতি এটা মধুৰ বেদনাত অচিন হৈ পৰে। বয়সৰ চাঞ্চল্যই মোক উন্মাদ কৰিছিল। ক্ষন্তেকীয়া উন্মাদনাই যে জীৱনব্যাপী অভাবলৈ এটা ষড়যন্ত্ৰ কৰিব পাৰে মই কল্পনা কৰা নাছিলো। অকন মধুস্মৃতি ৰোমন্থন কৰি আনন্দ পোৱাত বাহিৰে নিৰানন্দই হয়তো জীৱনৰ সম্বল হ'ব। হয়তো ইযাৰ নামেই ভাগ্য বা দুৰ্ভাগ্য। মসৃণ জীৱনৰ ৰঙীন আস্তৰণত খুচি থব খোজা হীৰা মুকুটাবোৰ আজি নকল হীৰাৰ দৰে লাগিছে। তাৰ কোনো নিজস্ব পোহৰ নাই। আনৰ দীপ্তি ধাৰ কৰি আৰু অনুজ্জ্বল হৈছে। নিজকে আৰু হীন বুলি প্ৰতিপন্ন কৰিছে। ইযাকো বোধ হয় জোণ্টিনি বোলে। চন্দ্ৰৰ কল্পনাৰ দৰে মোৰ জীৱনৰ কল্পনা। দূৰ সুদূৰৰ পৰা বিতোপন। বিতোপন অনুৰ্বৰ পৰিকল্পনা—কোনো উৎপাদন নাই, নিষ্ফলা।

এওঁ আনকাল পাচমান বজাত উভতি আহে। আজি বা আকৌ কি বিশেষ কামত ব্যস্ত হবলগীয়া হ'ল কব নোৱাৰো। ঘৰখনৰ সমস্ত দায়িত্ব মোৰ ওপৰত জাপি দিছে বুলি যেন লাগে। ঘৰ এখন থকা বুলি নাভাবে যেন লাগে। যাৰ ঘৰৰ প্ৰতি কোনো আকৰ্ষণ নাই, যি সংসাৰৰ কৰ্তব্যৰ প্ৰতি উদাসীন, সি বৈবাহিক সূত্ৰত আৱদ্ধ হোৱাৰ আগতে এশবাৰ চিন্তা কৰিব লাগে। মাহটো চলিবলৈ টকা কেইটামান উপাৰ্জন কৰাৰ বাহিৰে ঘৰখন কেনেকৈ চলে সেই বিষয়ে এদিনো খবৰ নকৰিলে। প্ৰকৃতাতে মানুহজন সাধু নহবও পাৰে। গবেষণা কেন্দ্ৰত কাম কেৱল এওঁ হে কৰিছে নে? বাকীবোৰে কি কৰিছে সেইটো এওঁৰ চকুত পৰিব লাগিছিল। ঘৰখনৰ বাহিৰে বাকী সকলোৰে কাম কৰাৰ কাৰণে এওঁৰ অবসৰ আছে। যদি কিবা পদোন্নতি হলহেঁতেন বা ওভাৰটাইম বানচ পালেহেঁতেন তেতিয়াহলেও এটা কথা আছিল। মানৱযন্ত্ৰই মানুহজনক কৃতদাসৰ দৰে কামত খটুৱাইছে। সৰল প্ৰকৃতিৰ এই মানুহজনৰ ওপৰত সকলো দায়িত্ব জাপি দি জীৱন উপভোগ কৰিবলৈ

সময়ৰ গুৰুত্বাবোৰ ঠিক উলিয়াই লৈছে। কিন্তু আশাত এই মানুহজনে নিজৰ সুখ বাদ দি সংসাৰৰ মানুহক সুখী কৰিবলগীয়া হৈছে বুজি নাপাওঁ। মানুহজন আচলতে সংসাৰ বৈৰাগী নেকি? সোনকালে উত্তৰ নাহিলে মানবেন্দ্ৰক কি উপায়ে গাড়ীখনৰ কথা কম। গাড়ীখন ঠিক কৰি দিব নোৱাৰিলে বাবায়ে বা কি ধাৰণা পোষণ কৰিব। বাবাক যদি মোৰ ভবিষ্যত জীৱনৰ সুখৰ কাৰক হিচাবে গণ্য কৰো, বাবাৰ আশীৰ্বাদ যদি মোৰ অন্ধকাৰাচ্ছন্ন পথৰ পোহৰ হয় তেনেহলে বাবাৰ কাৰণে এই সামান্য কাম-যেৰা কৰা উচিত হব। মোৰ যদি আত্মসম্মানৰ সামান্য লাঘবো হয়, হব। এওঁ কামটো কৰিলে মোৰ আত্মসন্মান ৰক্ষা পৰে। মানবেন্দ্ৰ যদি নিজেই এবাৰ আহিলহেঁতেন কথাবাৰ কবলৈ মোৰ সহজহলহেতেন। কেতিয়াবা হঠাৎ আহি ওলায়। ইটো সিটো নানা গল্প কৰে। আজি মোৰ এই বিশেষ প্ৰয়োজনত নাহিবও পাৰে। আগতে যেতিয়া আহিছিল মোৰ কাৰণে আহিছিল নে নাই ধৰিব পৰা নাই। কথাবতৰৰ সৰহখিনি অৱশ্যে মোৰ লগতেই পাতিছিল। কোনো সঙ্কোচ নাছিল। বাহিৰ ভিতৰ সকলো ঘূৰি ফুৰে। সীমাহঁতৰ লগত দুই এটা ফুচুৰি গল্পও কৰে। মানবেন্দ্ৰৰ চেহেৰাত ইহঁতে কোনেও সঙ্কোচ বোধ নকৰে। কিবা প্ৰকাৰে যদি আহে মোৰ দুয়োকুল ৰক্ষা হয়।

লাহে লাহে সন্ধিয়া নামি আহিল। পশ্চিম আকাশখন নতুন প্ৰেমিকাৰ মুখৰ দৰে আৰক্ত হৈ উঠিছে। ৰংটো চাই মোৰ বৰ ভাল লাগিল। মোৰো মুখমণ্ডলে হেনো হেঙুলী ৰহণ মানি এসময়ত ৰং বিৰঙৰ হৈছিল। এটা মাদকতা ভৰা সিহৰণে মোক খুব চঞ্চল আৰু অস্থিৰ কৰিছিল। মোৰ মন আকাশৰ ৰঙো সময়ে সময়ে সন্ধিয়াৰ পশ্চিম আকাশৰ দৰে ৰক্তাভ হৈছিল। অথচ আকাশৰ কোনো নিজা ৰং নাই। মোৰ মনৰ ৰঙা আকাশ নীলা হৈছিল। নিৰাশাৰ ক'লা ডাৱৰে নীলা আকাশ ক'লা কৰিছিল। ৰংবোৰ নিষ্প্ৰভ হৈছিল। সন্ধিয়াৰ আকাশৰ ৰঙে মনৰ আকাশৰ ডাৱৰবোৰ সামান্যভাবে ঠেলি দি সময়ে সময়ে জলকাজ কৰিছিল। আকৌ ডাৱৰবোৰ একগোট হৈ আকাশখন ঢাকি পেলাইছিল। আজিৰ ৰংবোৰ বৰ উজ্জ্বল লাগিছে।

মনটোও কিছু ফৰকাল হোৱা যেন লাগিছে। আকাশৰ বুকুৰেদি উৰি যোৱা বগা পাখীৰ বগলীৰ জাকটো দেখি মনটো অলপ বিচলিত হ'ল। সিহঁতৰো একোখন ঘৰ আছে। দিনান্তৰ লগে লগে গৃহাভিমুখী হৈছে। সঁজাত এৰি অহা শ্বাবকৰ মায়াত সিহঁতৰ মনবোৰে এটা আকুলতা অনু-ভব কৰিছে। অলপ পাছতে এটা আনন্দৰ কলৰবে সিহঁতৰ সজাবোৰ মুখৰ কৰি তুলিব। পোৱালীবোৰে সিহঁতৰ মাতৃবক্ষত কুকুৰাবলৈ আৰম্ভ কৰি দিব। এটা সময়ত আটাযে শান্ত হৈ ৰজনীৰ শীতল কোলাত পিছৰ দিনবোৰৰ কাৰণে পৰিকল্পনা কৰি শুই পৰিব। জীয়াই থকাৰ মায়াই সিহঁতকো প্ৰেৰণা যোগাব।

পূব আকাশখনত জোনটোৱে এটা ৰক্ত তিলক ধাৰণ কৰি পশ্চিমলৈ আগবাঢ়ি-আহি আছে। বসন্তৰ চঞ্চল মেঘবোৰে জোনটোৰ লগত ধেমালি কৰা মোৰ চকুত পৰিল। ডাৱৰবোৰে জোনক যেনিবা বাৰে বাৰে চুমাহে খাইছে। মোৰ কপালৰ ৰঙা তিলকৰ ওপৰত মৃদু চুম্বনৰ পৰশ-বোৰ মনত পৰিল। মই নভবাকৈয়ে অতীত স্মৃতিৰ টুকুৰা কিছুমান ভাহিঁ উঠিল। স্মৃতি ৰোমন্থন কৰি থাকোতেই সন্মুখৰ প হাৰখনৰ এটা প্ৰকাণ্ড ছায়া মোৰ আগত থিয় হ'ল। এটা দানবৰ আবিৰ্ভাবে অসতৰ্ক মুহূৰ্ত্তত মোক আকৌ এবাৰ সচকিত কৰি তুলিলে। মই কঁপি উঠিলো। এটা আতঙ্কৰ ভাবে মোৰ মনৰ মাজত আত্মগোপন কৰাৰ দৰে লাগিল। গেটৰ সন্মুখৰ পৰা লাহে লাহে ঘৰ সোমাব যুজিও বৈ গ'লো। সন্ধিয়াতে মোক বাবাই এবাৰ লগ পালে ভাল পাব বুলি ৰমলাৰ মাকে কৈ গৈছিল। সাক্ষাৎ কৰাৰ আগ্ৰহটো যোৰকৈ দমাব খুজিলো। বিবেকক এবাৰ সুধি চালো। মন আৰু বিবেকৰ মাজৰ ব্যৱধান কত বুজিবলৈ কষ্ট বোধ কৰিলো। দুইটাৰ মাজৰ সীমাৰেখা এটা সূক্ষ্মতম অৱস্থা প্ৰাপ্ত হোৱা যেন লাগিল। মনৰ গতিক নিৰ্দ্দিষ্ট পথ আঁকি দিয়াত মই ব্যৰ্থ হোৱা যেন লাগিল। সিদ্ধান্ত লবলৈ মই হতবুদ্ধি হলো। কিছুসময় স্থিৰ হবৰ কাৰণে চেষ্টা কৰিলো। কি কৰা ভাল হব তাকে আকৌ এবাৰ জুকিয়াই চালো। লাহে লাহে মই এটা মতত উপনীত হলো। মোক আকৌ এবাৰ লগ পোৱাৰ অভিপ্ৰায় কি হব পাৰে সেই

কথা মই চিন্তা নকৰিলো। বাবাই মোক কি দিলে বা নিদিলে আৰু যি দিলে তাৰ ফল কি হব সিয়ো মোৰ অজানা। কিন্তু বাবাৰ আকৰ্ষণ আছে। বাবাই মানুহক বশ কৰিব পৰা ক্ষমতা আছে। এটা বিশেষ সময়ৰ আনন্দই মোক হয়তো সময়ত অতীত বিচাৰিবলৈ সহায় কৰিব। মই যোৱাটোকে ঠিক কৰিলো। সুযোগৰ অনুসন্ধান কৰি কতজনে হাবাথুৰি খাইছে। সুযোগ মানুহৰ সদায় নাহে। সুযোগৰ পৰিকল্পনা কৰি বহুত সময়ত লাভ কৰিব নোৱাৰি। পোৱা সুযোগ গ্ৰহণ কৰিব নোৱাৰিলে এদিন হয়তো মই অনুতাপত দগ্ধ হব লাগিব। মোৰ যোৱাটো উচিত হব। নোযোৱাৰ ফল হয়তো বিষময় হব পাৰে। বাবাৰ আশীৰ্ব্বাদ আৰু প্ৰসাদ মই আগ্ৰহেৰে গ্ৰহণ কৰিছোঁ। চিন্তা কৰি মনৰ বেদনাক আৰু ভাৰাক্ৰান্ত কৰাৰ কোনো প্ৰযোজন নাই।

উলী উলীযোৰ মাত্ৰ কেইদিনমান আগতে কিনা হৈছে। ঈষৎ গোলাপীৰঙৰ উলীযোৰে মোৰ মনটো গোলাপী কৰে। ক্ষন্তেকৰ কাৰণে মনৰ ৰঙে শৰীৰৰ ৰং গাঢতৰ কৰিব। সেইখনকে পিন্ধি যাম। ভাতবা আকৌ কিমান ভিৰ। কাৰ বা কি অভিসন্ধি আছে। ৰমলাৰ মাকৰ প্ৰতি মোৰ অলপ সন্দেহো হৈছে। কথা কেইযাৰ বৰ পোনপটীয়া নাছিল যেন লাগে। যদি বেযাকৈ ধৰা পৰি যাওঁ। যদি মোৰ দুৰ্ব্বলতা-খিনি ধৰা পৰে। যদি কোনো এটা বিশেষ অৱস্থাৰ সন্মুখীন হব লাগে। বুকুখন অস্বাভাবিকভাবে ঢুকঢুকাবলৈ আৰম্ভ কৰি দিলে। অৱস্থাৰ সন্মুখীন নৌ হওঁতেই অস্থিৰ লাগিছে। মনৰ যে এটা অৱস্থা হোৱা নাই তেনে নহয়। এটা ফন্দি নহযতো। এটা সতৰ্ক দৃষ্টি ৰাখি যাব লাগিব। পৰিস্থিতিটো পৰ্যবেক্ষণ কৰি যোৱা উচিত হব। পৰ্য্যবেক্ষণ আৰু বিশ্লেষণ কৰোতেই জীৱনৰ সোনালী দিনবোৰ ক্ৰমে ক্ৰমে শেষ হৈ আহিল। ফলবোৰ আশা কৰাৰ বিপৰীতে হৈছে। লব্ধ ফলবোৰ মোৰ কাম্য ফল নহল। অনাগত দিনৰ সেন্দুৰীয়া পথ কামনা কৰি থাকোতে নিৰানন্দৰ বহ্নিশিখাই লেলিহান হৈ মোক খেদি আহে। জ্বালাৰ তীব্ৰতাই মোক বাৰে বাৰে আঘাত হানি দুৰ্ব্বল কৰে। ভগৱানৰ কি অদ্ভুত বিচাৰ। বিৰাট বিশ্ব পৰিচালনা কৰিবলৈ ভগৱানৰ কোনো অসুবিধা হোৱা নাই,

কিন্তু মোৰ কথা চিন্তা কৰাৰ কোনো প্ৰয়োজন বোধ কৰা নাই।

হাতত সাৰে ভৰিত সাৰে মই কমলাইতৰ ঘৰৰ আগচোতালত ভৰি দিছো। অতি সন্তৰ্পণে পৰিস্থিতিটোৰ এটা বুজ লবৰ কাৰণে সুতীক্ষ্ণ নজৰ চাৰিওফালৰ আবহাওৱাৰ ওপৰত নিক্ষেপ কৰি মই অগ্ৰসৰ হৈছো। ভিতৰত কোন কোন আৰু কিমান মানুহ আছে তাক বুজিবলৈ যত্ন কৰিছো। থম থমকৈ এটা নিৰ্জনতা অনুভৱ কৰিলো। ইমান নীৰৱ অৱস্থা এটাৰ কথা মই কল্পনাই কৰা নাছিলো। হয়তো যোগীৰ সমাহিত অৱস্থাৰ প্ৰভাৱে বাকী বস্তুকে সমাহিত কৰিছে। বুকুখন আকৌ এবাৰ কঁপি উঠিল। ইমান নীৰৱ। কাষৰ সৰু বাটটোৰে মই ভিতৰ চোতাল পালো। কোনো সাৰ সুৰ নাই। দুৱাৰ পৰা বাবাৰ কমটো এন্ধাৰ যেন দেখিলো। এন্ধাৰ হৈ থকাৰ কাৰণটো বুজিবলৈ টান লাগিল। হয়তোবা কৰবালৈ ওলাই গৈছে। মনটো কিছু সেমেকি গ'ল। এখোজ দুখোজকৈ মই আগবাঢ়িলো। কোনো সহাৰি পোৱা নাই। মই অলপ সচকিত হলো। মোৰ ওপৰত দৃষ্টি নিক্ষেপ কৰি কোনোৱে ষড়যন্ত্ৰ কৰা নাইতো। কমলাক এবাৰ মাত দিয়া উচিত হব বুলি ভাবিলো। কমলাৰ কথা চিন্তা কৰাৰ লগে লগেই তেওঁৰ কমৰ দুৱাৰখন হঠাৎ মেল খালে। বেৰৰ জোলোঙাৰে মোৰ আগমণক হয়তো জুমি চাই আছিল। ওলাই আহিয়ে মোক দেখি ভিতৰলৈ মাতিলে। মাক আৰু মাহীয়েক বজাৰলৈ যোৱা বুলি কলে। কমলাই আসনত উপবিষ্ট থকা কাৰণে নিস্তব্ধতা বিৰাজ কৰা বুলি কলে। বাবা সমাধিস্থ। প্ৰাণায়াম কৰি সমাধিস্থ হোৱাৰ সময়ত বাবাই বাহ্যিক পোহৰৰ অলক্ষ্যে পাৰমাৰ্থিকতাত বিভোৰ হৈ থাকে। অন্তৰাত্মাৰ নিহিত পোহৰে হেনো বাবাক দিব্যলোকত প্ৰতিষ্ঠিত কৰে আৰু সেই আলোকে সত্যম্ শিবম্ সুন্দৰমৰ কাষ চপাই নিয়ে। আৰু প্ৰায় আধা ঘণ্টা সময় লাগিব বুলি কলে। মই দোধোৰ মোধোৰত পৰিলো। মই আহিম বুলি কমলাই বাবাৰ আগত কোৱা বুলি কলে। তপভঙ্গ কৰাৰ সাহস মোৰ নাই। ইফালে দেৰি হৈ যায়। মই অহাৰ সময়ত সীমাই এটা অনুযোগ কৰি কলৈ যাম সুধিছিল। তাইৰ চকুত এটা প্ৰশ্নবোধক চিন মই দেখিবলৈ পাইছিলো। ইয়ালৈ অহা কথা

নাজানে। তথাপি মোক যেন কিবা সন্দেহ কৰিছে তেনে লাগিছিল। সঁচা কথাটো কবলৈ মোৰ সাহস নহ'ল। সিহঁতক প্ৰতাৰণা কৰাৰ দ'ৰে লাগিছিল। মোৰ মনৰ কথা আৰু অন্তৰৰ অভিপ্ৰায় জনাবলৈ অপাৰগ হৈছিলো। মোৰ মানসিক অশান্তিৰ কথা এই কমবয়সীয়া ছোৱালীজনীক কৈ দুৰ্ব্বল কৰাটো অনুচিত বুলি বিবেচনা কৰিছিলো। এটা পৰিণত বয়সত সিহঁতে বুজি পাব। মোৰ স্খলনৰ কথা সিহঁতে নাজানে। সিহঁতৰ প্ৰকৃত ঔৰস সম্বন্ধে এটা প্ৰশ্নই মোৰ মনৰ মাজত প্ৰায়ে ভুমুকি মাৰিব। ফুলৰ ৰঙে মাত্ৰ গছৰ জাতৰ নিৰ্দ্দেশ কৰে। সেয়ে শান্তনা। মোৰ মনৰ গতি বোধ হয় ৰমলাই বুজিব পাৰিছে। উভতি যাম নেকি ভাবিছো। ৰমলাক যোৱাৰ কথাটো কোৱাত অসুবিধা পাইছো। কিজানি ৰমলা, বাবা আটায়ে বেয়া পায় বা কিবা ভুল বুজে।

বাবাৰ কমৰ লাইটটো হঠাৎ জ্বলি উঠিল। ৰমলা আগবাঢ়ি গৈ বাবাৰ লগত কিবা কথা পাতি উভতি আহিল। মোক মাতি পঠিওৱা বুলি কলে। মই অস্বাভাৱিকভাবে চঞ্চল হৈ পৰিলো। কোনো সময় নষ্ট নকৰি মই আগবাঢ়ি গলো। ৰমলা ঘৰৰ ভিতৰত সোমাই দুৱাৰখন শব্দ নোহোৱাকৈ জপাই দিলে। ৰমলাৰ আগত মোৰ লাজ লাগিছিল নে নাই কব নোৱাৰো। বোধহয় লগা নাছিল। কাৰণ ৰমলা, মই, সীতা, বীণা আৰু বহুতো বাবাৰ আশীৰ্ব্বাদ ভিখাৰিণী।

সেই একেজন পুৰুষ। সুন্দৰ, অতি সুন্দৰ প্ৰতিকৃতি। পোহৰৰ শিখাবোৰ বাবাৰ শৰীৰত ঠেকা খাই উভতি আহিছে। কোঠাটোৰ উজ্জ্বলতা ক্ৰমে বৃদ্ধি হোৱা যেন লাগিছে। সাম্যমূৰ্ত্তি ধাৰণ কৰি আসনত বহি আছে। বাবাৰ চকুৰ ভাষাই মোক আহ্বান কৰিছে। এই আহ্বানে মোক খুব চঞ্চল আৰু অস্থিৰ কৰিছে। ভাৰসাম্য হেৰুৱাৰ উপক্ৰম হোৱা যেন লাগিছে। নিয়ন্ত্ৰিত যন্ত্ৰৰ দৰে মই প্ৰবেশ কৰিছোঁ। মই আঠু লৈ বহি পৰিছো। লাহে লাহে মই সম্মোহিত হৈছো। নিজৰ সত্বা হেৰুৱাৰ দৰে অনুভৱ কৰিছো। মোৰ অনুভৱ হৈছে মই এটা ঘোৰ অন্ধকাৰ গুহাত প্ৰৱেশ কৰিছো। এই গুহা জন অৰণ্যৰ পৰা বহুত দূৰত অৱস্থিত যেন অনুভৱ কৰিছো। গুহাৰ প্ৰৱেশ পথ আপোনা

আপুনি বন্ধ হৈ যোৱা যেন অনুমান কৰিছোঁ। এটা ভয়ৰ ভাব মোৰ মনৰ মাজত দ্ৰুত গতিত প্ৰবেশ কৰাৰ দৰে লাগিছে। ক্ৰমে ক্ৰমে ভয় আঁতৰি যোৱা যেন লাগিল। মই এটা সুখৰ অনুভূতিত ডুবি গৈছো। সুখৰ অনুভূতিয়ে ভিতিৰ ভাব ক্ষন্তেকৰ কাৰণে নাইকিয়া কৰিছে। মই অনুক্ৰমে চেতনাবিহীন বৃক্ষশাখাৰ দৰে মাটিত পৰি থকাৰ দৰে লাগিল। স্থান আৰু সময়ৰ জ্ঞান ৰহিত হোৱা যেনলাগিল। লাহে লাহে মোৰ চেতনা পুনৰ সঙ্কুচিত হোৱা যেন অনুভৱ কৰিছোঁ। মোৰ অঙ্গাভৰণ বিশৃঙ্খল হোৱা দেখিছো। মোৰ শৰীৰৰ উত্তাপ বৃদ্ধি হোৱা যেন লাগিছে। তেজৰ সোঁত ক্ষিপ্ৰতৰ হোৱা মই গম পাইছো। মনত এটা মৃদু দহন অনুভৱ কৰিছো। উশাহযোৰৰ গোলাপীৰঙ ৰঙালৈ পৰিবৰ্ত্তিত হৈছে। মই কাতৰ হোৱাৰ প্ৰযাস পাইছো। নয়নৰ অশ্ৰু মোৰ দুগালেদি নামি আহি স্ফীত বক্ষত আশ্ৰয় লৈছে। কেশৰাজি মোৰ অবিন্যস্ত হৈছে। মই শঙ্কিত আৰু অপমানিত বোধ কৰিছো। মই লাজত আৰু ঘৃণাত মৰ্ম্মাহত অনুভৱ কৰিছো। ভগৱানক মই কাতৰ মিনতি জনাই আঠু লৈছো। বাবাৰ আশীৰ্ব্বাদ মোক উদ্ধাৰ কৰিব নে মোৰ জৰীযাত বাৰবাক নৰকত পতিত কৰিব কব নোৱাৰো। ভগবানক মোৰ অৱস্থাটো অধ্যয়ন কৰিবলৈ মই সেৱা জনাই উঠিছো। মই ভযানক অস্থিৰ বোধ কৰিছো। যি বাৰিধাৰাত অবগাহন কৰি যন্ত্ৰণাদগ্ধ শৰীৰ আৰু মনৰ উত্তাপ উপশম কৰাৰ কল্পনা কৰিছিলো সেই জলৰাশি আজি কিলবিলাই থকা বিষৰ দ'ৰ লাগিছে। এই বিষযন্ত্ৰণাত মোৰ দেহ আৰু মনে কুৎসিৎ আকাৰ ধাৰণ কৰাৰ দৰে লাগিছে। মই নৰকগামী হোৱা যেন অনুভৱ কৰিছো। মোৰ মৃত্যু কল্পনা কৰিছোঁ। হেজাৰ যন্ত্ৰণাকাতৰ প্ৰাণত এটা নতুন আৰু অভাবনীয় অবসাদে মোক নিশেষ কৰা যেন লাগিছে। ভগবানে মোক প্ৰতাৰণা কৰাৰ দৰে লাগিছে।

অচঞ্চলভাবে মই আকৌ এবাৰ আঠু লৈ ভগবানক স্মৰণ কৰিছো। এই সমস্ত পাপ আৰু গ্লানি মই নিজে মূৰ পাতি লৈছো। মোৰ স্খলনে যাতে পৃথিৱীৰ কাৰো ওপৰত কোনো প্ৰতিক্ৰিয়া নকৰে, কাকো নৰকলৈ ঠেলি নিদিযে তাৰ কাৰণে নাৰায়নক নতজানু হৈ প্ৰাৰ্থনা কৰিলো। কিহৰ আশাত, কি মায়াৰ প্ৰভাবত মই এটা হীন পন্থা অবলম্বন কৰিব

লগীয়াত পৰিলো ? মই চিঞৰি চিঞৰি দূৰ সুদূৰৰ অদৃশ্য ভগবানক এই প্ৰশ্নৰে সমিধান বিচাৰিব খোজো। ঘৰলৈ হঠাৎ মনত পৰি গ'ল।

মই অঠুলৈ সেবা জনোৱাৰ সময়তে বাবাৰ গধূৰ হাত এখনৰ চাপ মোৰ মূৰৰ ওপৰত অনুভব কৰিলো। আকৌ এবাৰ সজ্ঞিত হৈ উঠিলো। লাহে লাহে মই উঠি বহিলো। বাবাই মোক আশীৰ্ব্বাদ দিছে। হাতত থকা তিনিটা পাতৰ এটা জাপ মোৰ ফালে আগবঢ়াই দিছে। মই নিৰ্ম্মালি হিচাবে গ্ৰহণ কৰি ছা। পাত তিনিটা এটা ব্ৰতৰ মাজেৰে ঔষধ হিচাবে সেবন কৰিব লাগিব। এটা বেলৰ পাতৰ ওপৰত এটা অচিন মিহি পাত। একেবাৰে ওপৰত তুলসীৰ এটা অক্ষত পাত। বেলৰ পাতৰ সুক্ষ্মকোষত নিহিত থকা মাৰ্কাৰীয়ে মোৰ স্নায়ুৰ শৃঙ্খলা ৰক্ষা কৰিব। তুলসীৰ পাতত থকা ৰাসায়নিক দ্ৰব্যই মোৰ শৰীৰৰ বিষাক্ত কীটবোৰক ধ্বংস কৰিব। ম'জৰ পাতটো য় জীবকোষৰ প্ৰোযোজনীয় গুণৰ ৰক্ষা কবচ হব। আনখন হাতত এটা সৰু পুৰীয়া। তাৰ ভিতৰত কেইটামান মিহি স্ফটিক। সোণৰ গুড়িৰ দৰে মিহি আৰু চিকমিকীয়া। তাক শ্বেত চন্দনৰ লগত মিহিকৈ গুড়ি কৰি মৌৰ জলৰ লগত সেবন কৰিলে প্ৰোযোজনীয় উত্তাপৰ সমতা ৰক্ষা হব। বিশেষ আগ্ৰহ নোহোৱাকৈ বানৌষধি আৰু পুৰীয়াটো গ্ৰহণ কৰিলো। ভগৱানৰ আশীৰ্ব্বাদ বা অভিশাপ মোৰ নিভৃতত স্থাপিত হল। স্থিতি লাভ কৰিছে বিন্দু বিন্দুকৈ আগমন বিন্দুৰে। এই বিন্দৰ বৃদ্ধি হব। বিন্দুটোৱে ক্ৰমে স্বকীয় ৰূপ সলনি কৰিব। বিন্দুৰ বৃদ্ধিয় মোৰ শৰীৰৰ ওপৰত ক্ৰিয়া আৰম্ভ কৰিব। লগে লগে আৰম্ভ হব মোৰ শৰীৰৰ অবক্ষয। সেই অবক্ষয হয়তো আৰু কোনোদিন পূৰ্ণ নহব। এটা এটা অচিনাকী নিৰ্দ্দেশে মোক স্খলনৰ পথত প্ৰবৃত্ত কৰিল।

কৃতকৰ্ম্মৰ কাৰণে মোৰ নিজৰ ওপৰত ঘৃণাৰ ভাৱৰ উদ্ৰেক হল। দৃঢ় মতৰ এগৰাকী তিৰোতাই দুৰ্ব্বল প্ৰকৃতিৰ মেৰুদণ্ডবিহীন প্ৰাণীলৈ ৰূপান্তৰিত হোৱা যেন লাগিল। তিল তিলকৈ শেষ কৰি দিয় এগৰাকী প্ৰখ্যাত গণিকাৰ লগত তুলনা কৰিবৰ মন গ'ল। মই নৰকগামী হোৱাৰ দৰে লাগিল। জীয়াই থকাৰ হেপাহ আৰু জীৱনৰ অহেতুক মায়াৰ

ওপৰত এক ধিক্কাৰ জন্মিল। মোৰ লগত ৰমলা বীণাহঁতক তুলনা কৰি চালো। বিচাৰ কৰিব নোৱাৰিলো সমগোত্ৰী হয় নে নহয়। বিদ্যুৎ ঋণাত্মক অতি ক্ৰিয়াশীল মৌলৰ লগত মোৰ মিল থকা যেন লাগিল। বিদ্যুৎ ধনাত্মক সক্ৰিয় মৌলই মোক লৈ খেলা কৰে। মই খেলৰ সামগ্ৰী হৈ গলো। ইলেক্‌ট্ৰন গ্ৰহণ কৰি স্থিৰ হোৱাৰ আশাত অনাহকত গধুৰ হৈছো। অথচ সক্ৰিয় ধনাত্মক মৌলসমূহে ইলেক্‌ট্ৰন এৰি দি পাতল আৰু স্থিৰ হৈছে। আকৰ্ষণ কৰিবলৈ ঋণাত্মক আয়নবোৰক নতুন প্ৰৰোচনাত ব্যাকুল কৰি তুলিছে। বৈজ্ঞানিক দৃষ্টিকোণৰ ফালৰ পৰা চালে আমি ধকৰা হৈ গলো। অৰ্থাৎ আমি দুৰ্ব্বল হৈ গলো। আত্মনিৰ্ভৰশীলতা হেৰুৱাই নিৰ্ভৰশীল হলো। মনৰ সকলো উৎসাহ লোপ পাই গ'ল। এটা বিৰাট ক্ষতিৰ সন্মুখীন হলো। এই ক্ষতি জীৱনব্যাপী অপূৰণীয় হৈ গ'ল। এটা নতুন অশান্তিৰ সৃষ্টি মই নিজেই কৰিলো। এই অশান্তিয়ে মোক নিশ্চয় নতুনকৈ জ্বলাব। মোৰ ভুলৰ কাৰণে যি পুৰুষ নামিব সেই পুৰুষৰ পিতৃপৰিচয় চিৰদিন অজ্ঞাত থাকিব। সেই পুৰুষে পিতৃৰ পৰিচয় ভুলকৈ দিব আৰু পিতৃয়ে সন্তানৰ প্ৰকৃত পৰিচয় নজনাকৈ থাকিব। কিমান প্ৰবঞ্চনা, কিমান প্ৰতাৰণা। পিতৃপৰিচয়বিহীন বিছুমান বৰ্ণসঙ্কৰৰ সৃষ্টি হল আৰু তাৰ প্ৰধান নায়িকা হলো মই নিজে। কিমান পাপ। এই পাপে মোকেই কেবল নৰকগামী কৰা নাই। নৰকগামী কৰিলে মোৰ নিষ্কলুষ স্বামী দেৱতাকো। এজন নিষ্ঠাৱান সৰল সহজ প্ৰকৃতিৰ দেৱতুল্য মানুহৰ মই সৰ্ব্বনাশ কৰিলো। সমাজ, বেদ আৰু হোমাগ্নিক সাক্ষী কৰি মই মোৰ স্বামীক গ্ৰহণ কৰিছিলো। দুয়োজনে সকলো কাম অভিন্নভাবে কৰাৰ কাৰণে প্ৰতিজ্ঞাবদ্ধ হৈছিলো। মোৰ এই গুণবান স্বামীক প্ৰবঞ্চনা কৰাৰ অধিকাৰ মোৰ নাছিল। অথচ মই বাচি ললো নাৰকীয় পথ। হে ভগৱান, মই কৰযোৰে প্ৰাৰ্থনা কৰিছোঁ। মই কাবৌ কৰিছোঁ। মোৰ স্বামীক তুমি ক্ষমা কৰিবা। তেওঁৰ বিপদত তুমি সাৰথী হবা। মোৰ কলুষ কালিমা আৰু যুগ্মজীৱনৰ সহধৰ্মিনীৰ ব্ৰতৰ যি ত্ৰুটী তাৰ বাবে মোক কঠোৰ শাস্তি দিয়া। মই সকলো শাস্তি বহন কৰিবলৈ প্ৰস্তুত আছো। স্বামীৰ সেৱা কৰাৰ যোগ্যতা হয়তো

মোৰ নাই। মই প্ৰকৃততে অস্পৃশ্য হৈ গৈছো। হে প্ৰভু, পবিত্ৰ শালগ্ৰামৰ দৰে স্বামীৰ চৰণত মোৰ ভক্তি শ্ৰদ্ধা আৰু আস্থাৰ সৃষ্টি কৰা। মোৰ পাপৰ কাৰণে স্বামীয়ে যেন কোনো ক্ষতিৰ সন্মুখীন হব লগীয়া নহয়।

কিমান সময় অতিবাহিত হৈছে মই কব নোৱাৰো। কোনো প্ৰসঙ্গ উত্থাপন নকৰাকৈ মই লাহে লাহে বাহিৰ ওলাইছো। গেটৰ সন্মুখতে ৰমলাক ঠিয় হৈ থকা দেখা পালো। কাৰবাক অপেক্ষা কৰাৰ দৰে লাগিল। মই যাওঁ বুলি কলো। কোনো বাক্য বিনিময় কৰাৰ প্ৰবৃত্তি মোৰ নহল। ৰমলাই কিন্তু মোৰ ওপৰত এটা প্ৰশ্নবোধক দৃষ্টি নিক্ষেপ কৰি মূৰৰ পৰা ভৰিলৈ চোৱা যেন লাগিল। মাক আৰু মাহীয়েক তেতিয়াও ঘূৰি অহা নাই বুলি কলে। কাইলৈ বাবা যাব নেকি মোক সুধিলে। মোৰ আগত একো কোৱা নাই বুলি কলো। গাড়ীখনৰ কথা ৰমলায়ো এবাৰ উল্লেখ কৰিলে। মই অলপ আচৰিত হলো। ইহঁত আটায়ে মোৰ ওপৰত এটা বিৰাট ষড়যন্ত্ৰ কৰা যেন লাগে। চেষ্টা কৰি চাম বুলি এটা মিছা আশ্বাস দি সোনকালে বাটলৈ ওলালো। জোনটোলৈ এবাৰ ঘূৰি চালো। জোনটোৱে মোৰ দুখত সমবেদনা প্ৰকাশ কৰাৰ এখন কৰুণ ছবি ভাহি থকা চকুত পৰিল। এচমকা ক'লা ডাৱৰে জোনটোক প্ৰায় গ্ৰাস কৰি পেলাইছে। হয়তো মোৰ আগত ওলাবলৈ লাজ আৰু সঙ্কোচ কৰিছে। জোনটোৱে হয়তো প্ৰাণত বেজাৰ পাইছে। লাজ নিবাৰণৰ কাৰণে মেঘালীৰ মাজত মূৰ সুমুৱাই আত্মগোপন কৰিছে। কাৰণ যেতিয়া মই এটা অন্ধকাৰ নৰকগামী গুহাৰ ভিতৰত নিবদ্ধ আছিলো, তেতিয়া স্কাইলেটেৰে জোনবায়ে মোক লক্ষ্য কৰি আছিল মোৰ অলক্ষিতে। মোৰ খুব লাজ লাগিল, খুব অপমানিত বোধ কৰিলো।

মোৰ ৰক্ত প্ৰবাহৰ ওপৰত এটা সন্দেহ উপজিল। মই আজি যি ৰক্ত ধাৰণ কৰিছো সেই ৰক্তৰ গুণাৱলী ধাৰাৱাহিকভাৱে আহিছে। যি ৰক্তৰ প্ৰভাৱে মোক স্খলনৰ পথ বাচি লবলৈ নিৰ্দ্দেশ কৰে সেই একে প্ৰভাৱ নিশ্চয় মোৰ আগৰ পুৰুষৰ ওপৰতো পৰিব লাগিব। মোৰ উপৰি পুৰুষো জেনেহলে এই একে বিষক্ৰিয়াৰ দ্বাৰা জৰ্জৰিত হৈছিল। মোৰ বংশ

পৰম্পৰাৰ যি শৃঙ্খল সি এডাল অপবিত্ৰ সূত্ৰ। এই অপবিত্ৰতাই হয়তো পৰম্পৰাগতভাবে অবিচ্ছিন্ন হৈ গতি কৰিব। এই অপবিত্ৰতাৰ বিষধৰ্মী ক্ৰিয়াই হয়তো হেজাৰ হেজাৰ নিষ্কলুষ প্ৰাণক বিষাক্ত কৰি পেলাব। মোৰ সমস্ত থিয়'ৰী ভুল হৈ গৈছে। বিজ্ঞানৰ ছাত্ৰীজনীয়ে অবৈজ্ঞানিক দৃষ্টিভঙ্গিৰে পৰীক্ষা কৰিবলৈ আৰম্ভ কৰি মহাভুল কৰি পেলালো। বাহ্যিক দৰ্শনৰ দ্বাৰা মানুহৰ অন্তৰদৃষ্টি সম্পূৰ্ণ নহয়। আটাইবোৰ চকচকীয়া পদাৰ্থ ই হীৰা নহয়, এই সাধাৰণ সত্যটো মই বিচাৰ কৰি চাব নাজানিলো। মই যে কিমান দুৰ্ব্বল আৰু সাধাৰণ জ্ঞান ৰহিত তাক উপলব্ধি কৰিব নোৱাৰিলো। ৰমলাহতৰ পদূলিমুখত থকা হাচ না হানা জোপাই মোৰ যৌৱন জ্বালাক এসময়ত তীব্ৰতৰ কৰিছিল। আজি সেই একে হাচ নাহানাৰ সুৰভিয়ে মোৰ মনৰ ওপৰত বিষক্ৰিয়া কৰা যেন লাগিল। মই নিস্তেজ হৈ গলো। আত্মগ্লানিৰ মহাক্লেশে মোক মৰ্ম্মাহত কৰি'ল। কুক্ষণৰ অন্তৰালত লুকাই থকা কেইটামান দুৰ্ব্বল মুহূৰ্ত্তই মোক নিঃশেষ কৰি দিলে। মই যি ভুল কৰিলো, সেই ভুলৰ কোনো ক্ষমা নাই। এই মনস্তাপ মই আমৰণ বহন কৰিব লাগিব।

অবিন্যস্ত চুলিখিনি হাতৰ আঙুলিৰে কোনোমতে ঠিক কৰিবলৈ যত্ন কৰি মনৰ বেদনাক আৰু গাঢ়তৰ কৰি ললো। এটা সঙ্কল্প গ্ৰহণ কৰিবলৈ চেষ্টা কৰিলো। মোৰ আত্মবিশ্বাসৰ ওপৰত সন্দেহ জন্মিল। মোৰ নিৰ্লজ্জ আচৰণৰ দ্বাৰা কেইটমান নিষ্কলুষ প্ৰাণীক প্ৰবঞ্চনা কৰা কাৰণে অনুতাপ কৰি ঘৰত সোমালো। সময়ৰ কথা মোৰ চিন্তা কৰা নহল। সীমাজনীক পাক ঘৰত ব্যস্ত থকা মোৰ চকুত পৰিল। ভণ্টী আৰু ময়না বিচনাত আশ্ৰয় লৈছে। ময়নাৰ কপালত এটা ম'হে ৰক্ত শোষণ কৰি দানৱ সদৃশ হৈ থকা দেখিলো। মনটো বেজাৰ বিহেৰে ভৰি পৰিল। ম'হটো মাৰিবলৈ চেষ্টা কৰি হাৰি গলো। দানৱৰ উৎপাতত মই সঁচাকৈয়ে হাৰি গলো। সীমাই মোৰ উপস্থিতিক কোনো গুৰুত্ব দিয়া যেন নালাগিল। মোৰ দুৰ্ব্বলতাখিনি হয়তো তাইৰ চকুত ধৰা পৰি গৈছে। তাই হয়তো মোক ঘৃনাৰ চকুৰে চাইছে। মোৰ ক্ৰিয়া কাণ্ডই তাইৰ ওপৰত কিজানি বিষক্ৰিয়াৰ সৃষ্টি কৰিছে। তাইৰ মন ভাল

নলগাৰ কাৰণটো কিজানি মোক লৈ হৈছে।

কাপোৰযোৰ মই সলাই ললো। আউল লগা চুলিখিনি অলপ ঠিক কৰি ললো। হাতৰ মুঠিত থকা পাত কেইটা আৰু পুৰীয়াটো যতনাই থলোঁ। সেইবোৰৰ অৰ্থ পাছত গবেষণা কৰিম বুলি ভাবিলো। গাটো ধুই পেলাম বুলি বাথৰুমত সোমালো। চাবোনেৰে বাহিৰৰ কিছু কলঙ্ক গুচাবলৈ সক্ষম হলেও মনৰ কলঙ্ক গুচাবলৈ যে অক্ষম সেই কথা ভাবি দুখ পালো। থাপনাৰ ওচৰত শিক্ত বস্ত্ৰ সহকাৰে সেৱা এটা জনাই ভগৱানক বিচাৰিলো। যি জ্যোতিয়ে মোৰ মন আকাশ মুকলি কৰা যেন লাগে সেই কিৰণ আজি মই দেখা নাপালো। নিবিড় অন্ধকাৰ যেন লাগিল। আকৌ এবাৰ চেষ্টা কৰি চোৱাৰ আশাৰে চকুযোৰ জোৰকৈ মুদি দিলো। কোনো পোহৰ নাই, কেৱল এন্ধাৰ। গভীৰ এন্ধাৰে মনটোও অন্ধকাৰ কৰি দিলে। মই কান্দি দিলো। মই বিচলিত হৈ গলো। প্ৰাণটোৱে হাহাকাৰ কৰি উঠিল। মোৰ সকলো উৎসাহ মৰানদীৰ শুকান বালিৰ ওপৰত বাগৰা ঢৌৰ দৰে লাগিল। নতুন নতুন পৰিস্থিতিত নৱ নৱ পৰীক্ষাৰ সম্মুখীন হৈ ম্ৰীয়মান হলো।

এওঁ আহি কিবা কাৰণত ওলাই গল নে অহাই নাই সীমাক সুধিবলৈ মোৰ সঙ্কোচ হ'ল। হয়তো অহা নাই। ঘৰলৈ আহিবলৈ তেওঁ কিজানি দ্বিধা বোধ কৰিছে। তেওঁৰ আত্মাই হয়তো মোৰ সমস্ত ক্ৰিয়াকলাপ দেখি ব্যথা অনুভৱ কৰিছে। মোৰ আগত ওলাবলৈ তেওঁৰ নিশ্চয় খুব লাজ লাগি গৈছে। মোৰ ক্ৰিয়াবোৰৰ এটা প্ৰতিক্ৰিয়া আৰম্ভ হোৱা যেন অনুভৱ কৰিলো। মই তেনেহলে সকলোৰে হাতত ধৰা পৰি গলো। অৰ্থাৎ মই কোনো গোপনীয়তা ৰক্ষা কৰিব পৰা নাই। জীৱনৰ সমৰত আকৌ এবাৰ পৰাজয় হ'ল। অথচ মোৰ নাম ৰাখিছিল অপৰাজিতা। অপৰাজিতা জীৱন যুদ্ধত বাৰে বাৰে হাৰি গ'ল। বাৰে বাৰে পৰাজয় বৰণ কৰা ছোৱালীৰ নাম অপৰাজিতা। কামৰ লগত সঙ্গতি নথকা এটা বিসদৃশ নাম। ইয়াৰ কোনো অৰ্থ ই নাই। নামৰ প্ৰথম আখৰ অনুসৰি মোৰ ৰাশি হৈছিল সিংহ। দুৰ্গাৰ নামে নাম। মীনাক্ষী। সিংহ ৰাশিৰ ছোৱালী জনী এটা নিৰ্ব্বাক

ভেড়ালৈ ৰূপান্তৰিত হৈ গ'ল। অপৰাজিতাৰ ৰাশি হব লাগে মেষ। মোৰ কামৰ লগত এই ৰাশিৰ মিল আছে। মই কিন্তু হব খুজিছিলো মীনাক্ষীৰ দৰেই। সিংহ ৰাশিৰ ব্যক্তিত্ব সম্পন্না এগৰাকী জীৱন্ত ৰমনী। সমাগত দিনবোৰৰ কথা ভাবি মই আকৌ এবাৰ শিয়ঁৰি উঠিলো।

ইমান দেখিলৈকে এওঁ নহা কাৰণে মনটোত নানা চিন্তাই বাঁহ ললে। এটা অজানিত ভয়ৰ ভাবে মোৰ ওপৰত ক্ৰিয়া কৰিবলৈ আৰম্ভ কৰিলে। সংযত হবলৈ আৰু চিন্তাৰ সোঁত সম্বনি কৰিবলৈ বুলি পাক-ঘৰত সোমালো। সীমাক সাধাৰণভাবে এবাৰ পৰ্যবেক্ষণ কৰি চালো। ৰন্ধাবঢ়া প্ৰায় শেষ কৰিছে। অলপ সময় অকলশৰে থাকিবলৈ বুলি সীমাক সময়টো চাবলৈ পঠিযালো। ন'বজা বুলি পাক ঘৰৰ বাৰান্দাৰ পৰা লাহেকৈ কৈ সীমা শোৱনী কোঠাত সোমাল। তাৰ মানে ঘড়ীৰ কাটা দুডালে আৰু এটা সমকোণ কৰিছে। কাটা দুডাল বঢ়াই দিলে সমকোণ চাৰিটা কৰিব পাৰিব। এটা বিন্দুত দুডাল ৰেখাই চাৰিটা সমকোণ কৰাৰ সম্ভাবনা সদায বৰ্তমান। সচকিত হৈ গলো। তেনেহলে সময় মুঠেই আগবঢ়া নাই বা আগবাঢিও সময বৈ যাব পাৰে নেকি ? মই অপেক্ষা কৰিবলগীযা দিনবোৰৰ দৈৰ্ঘ্য মুঠেই কমা নাই। সময়ৰ মন্থৰ গতিযে মোকেই কটাক্ষ কৰা যেন লাগিল। পচুলিমুখত গাড়ী এখন ৰোৱাৰ শব্দ কানত পৰিল। আমাৰ গেটত নহবও পাৰে। মই ওলাই আহিবলৈ ইচ্ছা নকৰিলো।

অলপ পাছতে ড্ৰইং ৰুমত ভালেমান মানুহৰ সমাগম হোৱা যেন লাগিল। ভযে ভযে ওলাই আহিলো কিবা বিপদৰ আশঙ্কা কৰি। মানবেন্দ্ৰই সপৰিযালে আহি ছ। লগত এওঁ। মনটো কিছু অস্থিৰ হৈ পৰিল। সাধাৰণতে ইমান ৰাতি প্ৰণীতা আমাৰ ঘৰলৈ সপৰিযালে অহা মোৰ মনত নপৰে। মনে মনে ভগৱানক প্ৰাৰ্থনা জনালো যেন কোনো আহুকলীয়া বিপদৰ সন্মুখীন হব লগাত নপৰো। আটাইকেইজন চোফাত বহি আছে। কোনো উদ্বিগ্নতা মোৰ চকুত নপৰিল। মোৰ স্বামীৰ গৃহাভিগমনত দেৰী হোৱা কাৰণে মানবেন্দ্ৰ দায়ী বুলি অনুযোগ কৰিলে আৰু স্বামীৰ ওপৰত যেন কোনো প্ৰকাৰৰ শাস্তিমূলক

ব্যৱস্থা লোৱা নহয় তাৰ কাৰণে প্ৰাৰ্থনা জনালে। দেৰি হোৱাৰ কাৰণটো ব্যাখ্যা কৰিলে। মনটো তৎকালিকভাবে পাতল অনুভব কৰিলো। এটা ডাঙৰ চিন্তাৰ বোঝা ক্ষন্তেকলৈ নাইকিয়া কৰাত মানবেন্দ্ৰই সহায় কৰিলে। মানবেন্দ্ৰৰ সেই একেই প্ৰকাশৰ ভঙ্গি। কোনো সঙ্কোচ নাই। কথাবতৰা সকলো সৌহাৰ্দ্যপূৰ্ণ।

মানবেন্দ্ৰইঁতৰ প্ৰতিষ্ঠানৰ কোনোবা এজন বৰমূৰীয়া আহিছিল। ডঃ মেনন। এটা জটিল পৰীক্ষা সমাধানৰ ক্ষেত্ৰত ডঃ মেননৰ এটা মতামত লাগে। নিজে সম্পূৰ্ণৰূপে সন্তুষ্ট নোহোৱাকৈ পৰীক্ষাৰ ফলাফল ঘোষণা কৰিবলৈ ডঃ মেননৰ ইচ্ছা নাই। দিনটোৰ কঠোৰ পৰিশ্ৰমৰ পাছত আউটিং কৰিবলৈ যোৱা বুলি কলে। তেওঁলোক সপৰিয়ালে গৈছিল। ডঃ মেননক বশিষ্ঠ আদি অলপ ঘূৰাই ফুৰাই অনা বুলি কলে। গাড়ীত আটাইকৈ নধৰাৰ কাৰণ হেনো মোক নিয়া নহ'ল। এবাৰ কিন্তু চিন্তা কৰি চোৱা বুলি কলে। তেখেতক এইমাত্ৰ ৰেলত উঠাই দি বাহিৰে বাহিৰে আমাৰ ঘৰ পোৱা বুলি কলে। তেওঁৰ পুত্ৰ পৰিবাৰ এতিয়াও ঘৰত সোমোৱা নাই। জিতেন্দ্ৰৰ ওপৰত কোনো কঠোৰ ব্যৱস্থা ললে আচলতে-মানবেন্দ্ৰৰ ওপৰত লোৱাৰ দাৰ হব বুলি কলে। কথা দীঘল কৰাৰ আগতে প্ৰণীতাই মোক পাক ঘৰলৈ টানি লৈ যে ৰাদি গ'ল। জিতেন্দ্ৰই কোনো পৰীক্ষাত কৃতকাৰ্যতা লাভ কৰা বুলি মোক কলে। ডঃ মেননে নিজে সকলো চাই চিতি নিৰ্ভুল হোৱা বুলি কোৱা বুলি মোক কলে। ডঃ মেনন হেনো সেই বিষয়ৰ এজন অথ'ৰিটি। পৰীক্ষাটো কি বিষয়ৰ প্ৰণীতাই নাজানে বুলি কলে। তেওঁলোকৰ কথাব তৰাত গম পাইছে হেনো। এতিয়াও ব্যক্ত কৰিব খোজা নাই। সমস্ত তথ্যটো পুনৰ পৰীক্ষা কৰি সাব্যস্ত কৰিব। দুখৰ মাজতো সুখ অনুভব কৰিলো। মনটোত এটা আনন্দৰ সোঁত সাউত কৰে বাগৰি যোৱা যেন লাগিল। এটা সন্দেহো উপজিল। কিহৰ বা পৰীক্ষা এওঁ কৰি আছে। হোমিও-প্যাথিত ব্যাতিক থকা মানুহ এজনে চিকিৎসা বিজ্ঞানৰ ওপৰত কিবা মূল্যবান তথ্য আবিষ্কাৰ কৰিব পাৰে বুলি মোৰ ধাৰণা নাই। তথাপি বাহ্যিকভাবে মই আনন্দ পোৱা যেন দেখুৱালো। প্ৰণীতাক মোৰ শ্ৰদ্ধা কৰিবৰ মন গ'ল। মানুহজনীয়ে তেনেহলে এওঁৰ কৃতকাৰ্য্যতাত আনন্দ

পাইছে। কোনোসময় নষ্ট নকৰাকৈ বাহিৰে বাহিৰে মোক খবৰটো দিছে। মানবেন্দ্ৰই কিন্তু একো প্ৰকাশ কৰা নাই। হয়তো প্ৰকাশ কৰাৰ সময় হোৱা নাই। ইয়াৰ মাজত বা আকৌ কিমান ষড়যন্ত্ৰ আছে। এনেও হব পাৰে যে কাইলৈ খবৰৰ কাগজত প্ৰকাশ পোৱাৰ আগতে খবৰটো কিবা প্ৰকাৰে দিব নোৱাৰিলে লাজ পোৱাৰ ভয় আছে। মানবেন্দ্ৰই কিন্তু ডাক্তৰী টিপ্পনি কিবা এটা কৰিছে। এইবাৰ হেনো মোৰ পাল। এটা শুভ মুহূৰ্ত্তত হেনো কোনো এটা দিন উদযাপন কৰিব। পইচা পাতি যোগাৰ কৰি ৰাখিব কৈ'ছে। জিতেন্দ্ৰই সামান্য লাজ লগাকৈ হাঁহিলে। ভাগৰ লগা কাৰণে উঠিব খুজিলে। একোকাপ খালি চাহ খোৱাৰ কথা কলো। মানবেন্দ্ৰই কথাটো শলাগিলে। মোৰ যদি বিশেষ কষ্ট নহয় চাহ কাপ খাই যোৱাৰ লোভ থকা বুলি কলে। মই বনোৱা চাহকাপে হেনো মানবেন্দ্ৰক ব্ৰুকবণ্ডৰ এটা বিজ্ঞাপনলৈ মনত পেলায় দিয়ে। সোৱাদটো মুখৰ নে মনৰ কোনোবা খিনিত বোলে বহুত দিন এঠাৰ দৰে লাগি থাকে। চাহ বনোৱাৰ ফৰ্মুলাটো প্ৰণীতাক চাই শিকি লবলৈ পৰামৰ্শ দিলে। প্ৰণীতাই কোনো প্ৰতিবাদ নকৰি মোৰ লগতে আকৌ ভিতৰ সোমাল। দুইজনীয়ে ধৰাধৰাকৈ চাহ কেই কাপ কৰি পেলালো। প্ৰণীতাৰ লৰাকেইটাই বা আকৌ চাহ খাব নে নাখায় সুধিবলৈ ভয় লাগিল। প্ৰসঙ্গটো তোলাৰ আগতে প্ৰণীতায়ে কলে যে সিহঁতক আধাকাপ দিলেই হব। ডাঙৰ ল'ৰাটো হেনো চাহৰ খুব ভক্ত। বাপেকৰ কাৰণে হোৱা বুলি কলে। অথচ মই এদিন চাহ খাবলৈ কওঁতে চাহ খাবলৈ নিদিয়ে বুলি কৈছিল। হবও পাৰে। প্ৰণীতাই হয়তো চাহ খোৱাটো পচন্দ নকৰে। মানবেন্দ্ৰ ডাক্তৰ মানুহ। চাহৰ গুণ বা দোষ সম্পৰ্কে ভালকৈ জানে। মোৰ ভাল লাগিল এই কাৰণেই যে মানবেন্দ্ৰ আজি এবাৰ অহাটো মই মনে মনে বিচাৰিছিলো। ভবা কথাটো মিলি যোৱা কাৰণে মনটো বেছ পাতল লাগিল। এনেকুৱা আচলতে হব পাৰে নেকি যে মোৰ মনৰ ভাবতৰঙ্গই মানবেন্দ্ৰৰ মনৰ পৰ্দাত মৃদু আঘাট কৰি এটা মানসিক সংযোগ স্থাপন কৰিছে। এনেকুৱা অন্তৰাত্মাৰ তানৰ বহুতো কথা মানুহে কোৱাকুই কৰে। এই বিষয়ে কোনো বিজ্ঞানীয়ে গৱেষণা

কৰি আছে। এদিন হয়তো সূত্ৰটো উদ্ঘাটন কৰিব পাৰিব। ভগৱান নিশ্চয় মোৰ প্ৰতি সদয় হৈছে। মনতে ভবা কথাবোৰ প্ৰায় মিলি গৈছে। বাবাৰ কোনো অলৌকিক শক্তিৰ বলত এনেকুৱা হ'ব পাৰে নেকি? বাবাই কিজানি মানব মন অধ্যয়ন কৰাৰ কাৰণে বিশেষ শক্তি সম্পন্ন। এই সিদ্ধ পুৰুষজনৰ প্ৰতি মই কিবা অবিচাৰ কৰিলো নেকি? মোৰ প্ৰতি বাবাই যি আচৰণ প্ৰদৰ্শন কৰিলে সি হয়তো কামনাবিহীন, আসক্তিবিহীন এক ক্ৰিয়া হব পাৰে। সিদ্ধ পুৰুষৰ কাৰণে মানব মন অধ্যযন আৰু মানসিকভাবে বিকাৰগ্ৰস্ত সকলৰ উদ্ধাৰ কাৰ্য্য বিশেষ গুৰুত্বপূৰ্ণ। তেওঁলোকৰ কিছুমান কাম স্থূলচকুত বিসদৃশ লাগে। অন্তৰ্দৃষ্টিৰে নিৰীক্ষণ কৰিলে জ্ঞান চক্ষুত পাৰ্থক্য ধৰা পৰে। সিদ্ধযোগী-সকলক সৰ্ব্বসাধাৰণ মানুহৰ দৃষ্টিৰে চালে ভুল কৰা হব। বাবা প্ৰকৃততে মোৰ হিতাকাঙ্খী। বাবাক সম্প্ৰতি মোৰ মানসিক ৰোগৰ ত্ৰাণকৰ্ত্তা হিচাবে গ্ৰহণ কৰিলেহে ৰোগমুক্ত হব পাৰিম।

প্ৰণীতা ল'ৰাকেইটাক লৈ যাবলৈ ওলাল। মানবেন্দ্ৰইয়ো যাওঁ বুলি কলে। অলপ পাচতে মতৰ সঞ্চনি কৰি প্ৰণীতাক অলপ আগবাঢ়িবলৈ কলে। প্ৰণীতাহঁত খোজ কাঢ়িযে গ'ল। কাইলৈ পাৰিলে এবাৰ যাবলৈ কৈ গ'ল। মাত্ৰ কেইঘৰমানৰ ব্যৱধান। তাতে বতৰটো ভাল। গাড়ীখন মানবেন্দ্ৰই লৈ যাব বুলি কলে। মানুহজনী দিনকদিনে ধুনীয়া হৈ গৈছে। এই বয়সতো গাৰ ছাল নিমজ হৈ আছে। কথাবতৰাত অসম্ভবৰূপ মাৰ্জিত যেন লাগে। কোনো উদগ্ৰতা নাই। বয়সৰ লগে লগে বেছি সুস্থিৰ হোৱা যেন লাগে। ল'ৰাকেইটাৰ নিপোটল চেহেৰা দেখি'ল মনলৈ এটা ঈৰ্ষাৰ ভাব আহে। গাৰ ৰং প্ৰণীতাৰ দৰে, কিন্তু গঢবোৰ হুবহু বাপেকৰ দৰে হৈছে। বাপেকৰ লগত পুতেকৰ ইমান মিল সাধাৰণতে চকুত নপৰে। সিহঁতৰ সুখৰ সংসাৰখনৰ কথা ভাবিলে মোৰ ঘৰখন কিমান দুখৰ যেন লাগে। মানবেন্দ্ৰৰ লগত মোৰো বিয়া হব পাৰিলেহেঁতেন। ইয়াকে কিজানি দৈব বা অদৃষ্ট বোলে। প্ৰণীতা ঘৰ সোমোৱালৈকে মই বাটৰ মুখত বৈ থাকিলো। জোনটোৱে মুৰত লোৱা ক'লা ওৰনীখন গুচাই জ্বলি উঠিছে। প্ৰণীতাৰ বাটৰ পোহৰ উজ্জ্বল

কৰিবলৈ জোনটোৱে কোনো কুণ্ঠা বোধ কৰা নাই। জোনটোৱেও কোনো পক্ষপাতিতা কৰাৰ দৰে লাগিল।

মানবেন্দ্ৰই জিতেন্দ্ৰৰ লগত কিবা বৈজ্ঞানিক তথ্য এটাৰ বিষয়ে আলোচনা কৰি আছিল। যি সত্য প্ৰতিষ্ঠিত কৰিবৰ কাৰণে ডঃ মেনন অহা বুলি কলে সেই তথ্যৰ আবিষ্কাৰক আচলতে মানবেন্দ্ৰ নে জিতেন্দ্ৰ সেই বিষয়ে জানিব পাৰিম বুলি ভাবি ময়ো তেওঁলোকৰ লগতে বহি পৰিলো। কথাবতৰাৰ পৰা একো ধৰিব নোৱাৰিলো। এই আবিষ্কাৰৰ কাৰণে প্ৰতিষ্ঠাৱান হব মানবেন্দ্ৰ নে জিতেন্দ্ৰ। নে জিতেন্দ্ৰৰ জীৱনৰ জৰাযতে মানবেন্দ্ৰ। হয়তো এওঁলোক দুজনৰ কোনেও নহয়। এওঁলোকৰ আলোচ্য বিষয় হল জৈৱৰাসায়নিক বিক্ৰিয়াত হৰম'নৰ প্ৰভাব। ডি এন এ, আৰ এন এ আৰু বায়ো ইঞ্জিনীয়াৰিঙৰ কিবা কৌশলৰ উল্লেখ কৰিছে। মই গভীৰ মনোযোগ দিয়া স্বত্বেও বিষয়টো মোৰ মুঠেই বোধ-গম্য নহল। মই কোনো মন্তব্য কৰিবলৈ সাহস নকৰিলো। মোৰ সীমিত জ্ঞানৰ ভাণ্ডাৰে এনেকুৱা এটা জটিল বিষয়ত অংশ গ্ৰহণ কৰাটো ধৃষ্টতা বুলি ভাবিলো। এটা বিশেষ সংযুক্তিৰ ওপৰত হৰম'নৰ প্ৰভাবে জন্মলাভ কৰা মানব শিশুৰ চেক্স নিৰ্দ্ধাৰণ কৰে। ইয়াত বিজ্ঞানীৰ ভূমিকা কিমান এতিয়াও ভালদৰে প্ৰতিস্থাপিত হোৱা নাই। এটা সময় হয়তো সমাগত হব যেতিয়া মানুহে নিজৰ ইচ্ছানুযায়ী ভবিষ্যতৰ বংশধৰ সকলৰ পুৰুষ বাচি লব পাৰিব। ভগৱানে সৃষ্টি কৰা জীৱজগতৰ ভিতৰত নিহিত সুকৌশলবোৰৰ বিষয়ে মানুহে আহৰণ কৰিব লগীয়া জ্ঞান আৰু বহুত টনকীয়াল কৰিব লাগিব। স্ব-উৎপাদিত উপযুক্ত হৰম'নৰ অভাৱত ঘটা বিজুতি দূৰ কৰিবলৈ সাংশ্লেষনিক পদ্ধতিৰে উৎপাদন কৰা হৰম'নৰ প্ৰয়োগ কৰিব পৰা হব বুলি দুয়োজনে বিশ্বাস কৰে যেন লাগিল। মনটো মোৰ আকৌ সতেজ হৈ উঠা যেন লাগিল। এটা আশাৰ ৰেঙনী মনৰ এন্ধাৰৰ মাজেৰে সৰকি যোৱা যেন অনুভব কৰিলো। মোৰ ক্ষেত্ৰত তেনেহলে বিশেষ সংযুতিৰ ওপৰত হৰম'নৰ প্ৰভাব ঠিকমতে হোৱা নাই। কোনবিধ হৰম'নে বিশেষ ক্ৰিয়া কৰে? এষ্ট্ৰোনে টেষ্টেষ্টেৰ'নৰ ওপৰত অধিক প্ৰভাব বিস্তাৰ কৰি প্ৰজেষ্টেৰ'নৰ ক্ষমতাৰ হ্ৰাস কৰি কিছুমান

দুৰ্ব্বল প্ৰাণীৰ সৃষ্টি কৰিছে নেকি ? মোৰ ক্ষেত্ৰত তেনেহলে টেষ্টোষ্টেৰণৰ পৰিমাণ পৰিমিত ভাবে সৃষ্টি নহবলৈ এটা কৌশল বা প্ৰক্ৰিয়া অসম্পূৰ্ণ হৈ থাকিলনে কি ? যদি এষ্ট্ৰোনেই এই অসম্পূৰ্ণতাৰ কাৰণ তেনেহলে মোৰ মানসিক সংঘাটৰ মূল নায়ক মোৰ সৃষ্টিকৰ্ত্তা। মোৰ সৃষ্টিকৰ্ত্তায়ো মোৰ ওপৰত পক্ষপাতিত্ব প্ৰদৰ্শন কৰিলে। মোৰ নীৰৱ সাধনা আৰু ভক্তিয়ে ভগৱানৰ কঠিন হৃদয় বিগলিত কৰিব নোৱাৰিলে। সংঘাতবহুল জীৱন এটাৰ সৃষ্টি কৰি ভগৱানে মোৰ ৰং চালে। এয়া মোৰ পূৰ্ব্বজন্মৰ কৰ্ম্মফল নেকি ? নে ভৱিষ্যত জীৱনৰ কাৰণে মোৰ ওপৰত কৰা কিছুমান তাৎপৰ্য্যপূৰ্ণ পৰীক্ষা। পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ মই আগ্ৰহী।

ৰাতি প্ৰায় দহ বাজে। মানবেন্দ্ৰ যাবলৈ ওলোৱা যেন লাগিল। মানবেন্দ্ৰৰ লগত কথা পাতি থাকিলে সময় যে কেনেকৈ পাৰ হৈ যায় গমেই পোৱা নাযায়। বিৰক্তি নালাগে। নানা কথাৰ মাজেৰে সময়খিনি কাটি যায়। মানুহজনৰ বহুত গুণ আছে। এই মানুহজন সদায় সজীৱ। বেজাৰ কৰা, মন বেয়া লগা, আমনি লগা মই দেখা নাই। প্ৰখ্যাত ডাক্তৰ হিচাবে মানবেন্দ্ৰই এটা প্ৰতিষ্ঠা লাভ কৰিছে। বৈজ্ঞানিক দৃষ্টিভঙ্গি আছে, কিন্তু প্ৰাচীন বৈদিক প্ৰথাত গভীৰ বিশ্বাস আৰু শ্ৰদ্ধা আছে। এই মানুহজন কৰ্ম্মফল, ধৰ্ম্মফলত বিশ্বাসী। আধ্যাত্মবাদৰ ওপৰত গভীৰ জ্ঞান আছে। জ্যোতিৰ্বিজ্ঞান আৰু জ্যোতিষৰ ওপৰত প্ৰগাঢ় আস্থা আছে। কথা প্ৰসঙ্গত উল্লেখ কৰিলে যে জন্মলগ্নত ৰাহু, শনি আৰু কেতুৰ প্ৰভাৱ হেনো মানুহৰ জীৱন দুৰ্ব্বহ কৰি তুলিব পাৰে। বুধ আৰু বৃহস্পতিৰ প্ৰভাৱে হেনো মানুহক সাহিত্যিক, দাৰ্শনিক, মহাৰাজাধিৰাজ হিচাবে প্ৰতিষ্ঠা কৰে। শুক্ৰৰ প্ৰভাৱো কম উল্লেখযোগ্য নহয়। ঠিক তেনেকৈ চন্দ্ৰৰ প্ৰভাৱ। মানবেন্দ্ৰৰ ওপৰত বিভিন্ন গ্ৰহগণে বিভিন্ন ধৰণৰ ক্ৰিয়া কৰি আছে। বিশেষকৈ ৰাহু আৰু শুক্ৰই প্ৰভুত প্ৰভাৱ বিস্তাৰ কৰি আছে। বৃহস্পতিয়ে হেনো যথোচিত কাম কৰাৰ কাৰণে বাৰে বাৰে বাধাৰ সন্মুখীন হয়। গুৰুগ্ৰহই ভাল কৰিব বিচাৰে কিন্তু শত্ৰুগ্ৰহই পাৰ্য্যমানে বাধা প্ৰদান কৰে। আজি ৰাতিপুৱা হেনো বাবাই তেওঁৰ সৌৰবীথন পৰীক্ষা কৰি চালে। শত্ৰুগ্ৰহৰ প্ৰতিকূল

আচৰণ আৰু কেইবা বছৰলৈ আছে। বাবাই যিবোৰ কথা কলে সেইবোৰ তেওঁৰ জীৱনত হুবহু মিলি গৈছে হেনো। যিবোৰ কথা সৰ্ব্বসাধাৰণ মানুহৰ চিন্তাৰ বহিৰ্ভূত তেনেকুৱা ভালেমান কথা কোৱা বুলি কলে। আধ্যাত্মিকতাত প্ৰভূত জ্ঞান থকা বুলি মানবেন্দ্ৰই স্বীকাৰ কৰিবলৈ বাধ্য হোৱা বুলিও কলে। আৰু দেৰি কৰিব নুখুজিলে। পুৱা হেনো সোনকালে উঠিব লাগিব। কাৰণ বাবাক ৰাতিপুৱাতে ষ্টেচনলৈ আগ-বঢাই দিব লাগে। ড্ৰাইভাৰৰ হতুৱাই খোৱাৰ ইচ্ছা নাই। মানুহজনে তেওঁক খুব আকৰ্ষণ কৰিছে। আগলৈ আকৌ লগ পোৱাৰ আশা কৰে। দুদিনমান থাকিব নোৱাৰে নেকি সুধিছিল বোলে। পিছে বৰদলনীত যাত্ৰীৰ বিৰাট ভিৰ। মানবেন্দ্ৰ গলগৈ।

এইখিনি কথাবতৰাত জিতেন্দ্ৰই কোনো ভাগ লোৱা মোৰ চকুত নপৰিল। সামান্য দুই এটা টিপ্পনিৰ বাহিৰে। মানুহজন হয়তো অদ্ভুত-ভাবে ক্লান্ত হৈ পৰিছিল। মোৰ মনটো অস্বাভাবিকভাবে ফৰকাল লাগিল। কেইটামান মুহূৰ্ত্তৰ আগতেও মোৰ প্ৰাণত তৰণি নাছিল। মানসিক সংঘৰ্ষই মোক জুৰুলা কৰিছিল। এতিয়া কিন্তু ভালেখিনি স্থিৰ হব পাৰিছো। বাবাৰ প্ৰতি হেৰাই যাব খোজা ভক্তি ক্ৰমাগত আকৌ বাঢিল। মানুহজনক মই বিচাৰ কৰি চাব নাজানিলো। মানুহ-জনক হীন পশু সদৃশ জ্ঞান কৰিব খুজিছিলো। যৌন ক্ষুধাৰ তাড়নাত কিলবিলাই থকা এটা কামুক প্ৰাণীৰ লগত তুলনা কৰিব খুজিছিলো। ভগৱানে মোক সঙ্কটৰ সময়ত ৰক্ষা কৰিলে। মানবেন্দ্ৰৰ ওপৰতো মোৰ কোনো আন্তৰিক শ্ৰদ্ধা নাছিল। আজি মই মোৰ মতৰ সলনি কৰিবলৈ বাধ্য হলো। প্ৰকৃততে মানুহজন কেৱল উদাৰেই নহয়, জ্ঞানীও। এটা বিৰাট ভুল কৰিব খুজিছিলো। জীৱনব্যাপী ভুল কৰোতে কৰোতে ভুলবোৰকে শুদ্ধ যেন লগা হৈছিল। এই প্ৰণীতাজনীৰ ওপৰত মই অসংখ্যবাৰ অসত্য আৰোপ কৰিবলৈ কল্পনাৰ আশ্ৰয় লৈছো। সকলো কল্পনা যে বাস্তব নহয় তাকো নিশিকিলো। প্ৰণীতা বা মানবেন্দ্ৰই কোনোদিন আচলতে দ্ৰোহ আচৰণ কৰা নাই। বৰং উদাৰভাবেই জীৱন যাপন কৰিছে। নিজে হেয় বা হীন হৈ থকাৰ ভয়ত তেওঁলোকৰ

ওপৰত বেয়া মত পোষণ কৰিছোঁ। ভুল কৰিছোঁ। ভাল মানুহক ভুলকৈ বুজা বা ভুল ধাৰণা লোৱাটো নিজৰে দুৰ্ব্বলতা। বস্তুত ভুল কৰা হ'ল। ভুলৰ পৰিণাম হয়তো ভোগ বা দুৰ্ভোগ নিজেই কৰিব লাগিব। আনৰ ভাল গুণ বা ভাল কাম সহজ আৰু উদাৰ ভাবে লব নোৱাৰা কাৰণেই মোৰ আজি এই অৱস্থা। ভগৱানক খাতিছো মোকো উদাৰ আৰু মহান কৰক। মানুহক ভালদৰে চাবলৈ শিকাওঁক। সৎপথত চালিত হবলৈ সৎসাহস প্ৰদান কৰক। ময়ো ভগবানৰে দান। ভগৱান, মই আজি ঋক্ত? অনুতপ্ত। মোৰ ক্লান্তিৰ কোনো বিৰাম নাই। এখন তুমুল সংগ্ৰামে মোক থকা সৰকা কৰিলে। এটা সুন্দৰ জীৱন অনাহকতে নষ্ট পালে। জীৱনটো হতাশাত পৰিণত হোৱাৰ উপক্ৰম হৈছে। মই মনে সজা অৱাস্তৱ কল্পনাব সোঁতত উটি গৈছো জনপদৰ দিগন্তৰ বাহিৰলৈ য'ত বাচি থাকিবলৈ কোনো প্ৰেৰণা নাই, আশা নাই।

শোৱাৰ সময়ত মই জিতেন্দ্ৰক ডঃ মেননে কি পৰীক্ষা সাব্যস্ত কৰিবলৈ আহিছিল আকৌ এবাৰ সুধিলো। ডঃ মেনন অহা কথা মোক নজনোৱা কাৰণে সামান্য আক্ষেপ কৰিলো। প্ৰখ্যাত বিজ্ঞানী এজনৰ লগত অন্ততঃ পৰিচয় হলহেঁতেন। কিজানিবা অলপ পাপ খণ্ডন হ'লহেঁতেন। জিতেন্দ্ৰই ডঃ মেনন আকৌ আহিব বুলি কলে। পৰীক্ষাৰ ফলাফল সম্পূৰ্ণকৈ প্ৰতিস্থিত নোহোৱাকৈ ব্যক্ত কৰিবলৈ অলপ অসুবিধা থকা বুলি কলে। ই সৰ্ব্বসম্মতভাবে গৃহীত হব লাগিব হেনো। পৰীক্ষাৰ শেষ ধাপ এতিয়াও সাব্যস্ত কৰিবলৈ কিছু বাকী থকা বুলি কলে। প্ৰকল্পটোৰ কাম অৱশ্যে পৰিকল্পনা অনুযায়ী নিৰ্দ্দিষ্ট দিশত আগবাঢ়িছে। প্ৰায় এবছৰমানৰ ভিতৰতে শেষ পৰীক্ষাত উত্তীৰ্ণ হব পাৰিব বুলি এওঁ-লোকে বিশ্বাস কৰে। এই বিচিত্ৰ পৃথিৱীখনত কেৱল পৰীক্ষা আৰু নিৰীক্ষা। অশান্ত উৰ্ব্বৰ মস্তিষ্কৰ মানুহবোৰে প্ৰকৃতিৰ ৰহস্য ভেদ কৰিবলৈ নানা পৰীক্ষা আৰম্ভ কৰিছে নব নব পৰিকল্পনালৈ আৰু প্ৰকৃতি স্ৰষ্টাই পৰীক্ষা কৰিছে এই মানুহবোৰৰ ওপৰত। পৰীক্ষাৰ বিৰাট প্ৰস্তুতি অহৰ্নিশে চলিব ধৰিছে। ভাবি ভাবি আৰু ভাবিব নোৱাৰা হৈ যাওঁ। কল্পনা মোৰ বাওনা হৈ যায়। মনৰ বেগ কমি আহে আৰু এটা

নেদেখা সীমাৰেখাত ছেদ পাৰ। এই সীমাৰেখা সঙ্কুচিত হৈ মিলি যায় এটা বিন্দুত। মনৰ উৰ্দ্ধৰতাই এটা বিন্দুত আত্মগোপন কৰে।

নিষ্পাপ শিশুবোৰে মাতৃবক্ষৰ ৰক্তচুম্বন কৰি ক্ৰমে বাঢ়ে। সময় নদীৰ সোঁতে সোঁতে আমাৰ বয়সবোৰ আগবাঢ়ি যায়। সময় ৰৈ নাথাকে। কাৰো কাৰণে ৰোৱা নাই। ইয়াৰ গতি অবিৰাম আৰু অনন্ত। ই ঘূৰি নাহে। এই সময় এটা অন্তহীন ৰেখাৰ দৰে। ভগাব পাৰি। মিনিট, ঘণ্টা, দিন, মাহ, বছৰ, যুগ, কাল আদিত ভাগ কৰিব পাৰি। প্ৰতিটো ভাগৰে একোটা শুকীয়া অৰ্থ আছে। মানুহৰ জীৱনত ইয়াৰ এটা অংশ পৰে। ক্ষন্তেকীয়া কিন্তু মূল্যবান অংশ। তাক ব্যৱহাৰ কৰিব পাৰি। ব্যৱহাৰৰ কাৰণ কল্পনা আৰু পৰিকল্পনা কৰিব পাৰি। পৰিকল্পনাৰ প্ৰয়োগে সময়ৰ এটা অংশক উজ্জ্বল বা অনুজ্জ্বল কৰিব পাৰে। এজনৰ পৰিকল্পনাক আন এজনে বাস্তবায়িত কৰিব নোৱাৰিলে তেওঁৰ পিছৰ পুৰুষৰ কাৰণে এৰি যাব পাৰি। এজনৰ পৰিকল্পনাৰ আশা হেজাৰ বা লক্ষজনৰ স্বপ্ন হৈ যাব পাৰে। স্বপ্ন দিঠকত পৰিণত কৰিবলৈ, অযুত বাধাৰ প্ৰাচীৰ ভাঙিবলৈ সঙ্কল্প গ্ৰহণ কৰিব পাৰে। সময়ৰ ওপৰত এটা স্পষ্ট ছাপ ৰাখি যাব পাৰে। এই ছাপে বুৰঞ্জী, দৰ্শন, সভ্যতাৰ ভেটি ৰচনা কৰি কালজয়ী হব পাৰে। মোৰ সময়কন ব্যৱহাৰ কৰাৰ কাৰণেও স্বপ্ন ভাহে। ভাহি ভাহি উটি যায় কিন্তু মোৰ স্বপ্ন বাস্তৱ নহয়। হয়তো পৰিকল্পনাৰ আচনি ভুল।

এওঁক পৰীক্ষাটোৰ কথা আকৌ এবাৰ সুধিম বুলি ভাবি ভয় খাই গলো। ডাক্তৰবোৰে কেতিয়াবা সাধাৰণ কথাত বেছি গুৰুত্ব দিয়ে অসাধাৰণ কথাকো তুচ্ছ জ্ঞান কৰে। জিতেন্দ্ৰই অৱশ্যে কোনো কথাতেই বিশেষ গুৰুত্ব আৰোপ কৰে বুলি মোৰ ধাৰণা নহয়। মানুহজনে প্ৰয়োজনতকৈ কম কথা কয়। মোৰ দৃষ্টিত মানুহজনে কোনো মৌলিক চিন্তা কৰা বা কোনো বিশেষ ঘটনাৰ ওপৰত নিষ্ঠা স্থাপন কৰা ধৰা পৰা নাই। এজন নিৰীহ প্ৰাণী। সাতে পাচে নাই। মোৰ মনে বিচৰা মানুহজন জিতেন্দ্ৰ নাছিল। সাধাৰণ কৌতুকত ৰস পোৱা মানুহজনে কোনো মূল্যবান তথ্যৰ আবিষ্কাৰক হয় নে নহয় মোৰ সন্দেহ আছে।

মানবেন্দ্ৰৰ গতিত এটা তৰঙ্গময় ছন্দ আছে। জিতেন্দ্ৰৰ গতি ছন্দবিহীন একসুৰীয়া। এটা মন্থৰ গতি। কোনো চাঞ্চল্য নাই। জীয়াই থকা দিনকেইটাৰ কথা ভাবিবলৈ, দিনবোৰ উপভোগ কৰিবলৈ আৰু সময়ৰ স্তৰে স্তৰে চিহ্ন ৰাখিবলৈ জিতেন্দ্ৰৰ কোনো প্ৰয়াস থকা যেন নালাগে। এটা নিৰ্লিপ্ত, নিৰ্ব্বিকাৰ, স্পন্দনবিহীন শিলাখণ্ডৰ দৰে। কোনো আবেগ, অনুভূতি, ভাৱ প্ৰৱনতা বা অনুকম্পা থকা যেন নালাগে। ময়ো ভেঙুক সজাই লব নোৱাৰিলো। মোৰ প্ৰভাৱৰ দ্বাৰা মানুহজনক কোনো প্ৰকাৰে সজীৱ কৰি তুলিব নোৱাৰিলো। মোৰ জীৱন খণ্ডৰ পোহ্ণৰতা বসন্তৰ প্ৰায সৰহভাগেই শীতৰ সেৰেঙাৰে ঠৰঙা লাগি গৈছে। অমাৱশ্যাৰ নিশাৰ এন্ধাৰে জোনৰ স্নিগ্ধ কিৰণক গ্ৰাস কৰাৰ দৰে মোৰ জীৱনৰ সোনালী দিনবোৰৰ উজ্জ্বলতাখিনিক নিৰাশাৰ ক'লা ডাৱৰে আবৰি পেলালে। মই তমসাচ্ছন্ন, তিমিৰাবৃত হৈ ৰলো। মোৰ হৃদয়কুঞ্জ পোহৰ কৰিবলৈ, উজ্জ্বল কৰিবলৈ কোনো আলোক নাই। মহা অন্ধকাৰে মোৰ জীৱনপথ অৱৰুদ্ধ কৰিলে। মই আজি সৰ্ব্বহাৰাৰ দৰে অনুভৱ কৰিছোঁ। চিন্তাগ্নি মোৰ দাবাগ্নি হ'ল। হৃদয মোৰ বিদীৰ্ণ হ'ল। সোনালী সপোন মোৰ অলিক কল্পনা হ'ল। জীয়াই থকাৰ সঞ্জীৱনী শুকাই গ'ল। কত ৰজনী মোৰ নিদ্ৰাবিহীন ৰজনী তাৰ সাক্ষীও নৰল। ভাবি ভাবি মই জৰাজীৰ্ণ হলো, শৰীৰ আৰু মন ঘূনীয়া কৰিলো। ভাব প্ৰৱনতাৰ অনন্ত উৎসই মোক বৰ দুৰ্ব্বল কৰি পেলালে। বাৰে বাৰে মই হাৰি গলো। হাৰিও মই জ়ীয়াই থাকিলো বহন কৰিবলৈ কেৱল মাথো নিৰাশাৰ জুই, যি জুয়ে মোক তিল তিলকৈ দহন কৰে। অথচ কোনো প্ৰতিকাৰৰ ব্যৱস্থা মোৰ জনা নাই।

## ( ৫ )

এটি ব্যতিক্ৰমবিহীন দিনৰ আবিৰ্ভাব হল। এইদৰে কত প্ৰভাত সন্ধিয়া হল আৰু কত সন্ধিয়া নিঃশেষ হৈ প্ৰভাত হল। মোৰ জীৱনত এই প্ৰভাতবোৰৰ কোনো নতুনত্ব নাই। প্ৰভাতী আকাশৰ ৰক্তাভ আভাই মোৰ মন আকাশৰ এন্ধাৰ দূৰ কৰিব পৰা নাই। কোনো বৈচিত্ৰ নাই।

কোনো নতুন পৰিকল্পনা নাই। মোৰ পৰিকল্পনা অফলপ্ৰসু, অনুৰ্ব্বৰ মস্তিষ্কৰ ৰংহীন আল্পনা। ফুল ফলহীন তৰুৰ দৰে। সেউজীয়া পাত আছে কিন্তু নুফুলে। আলোড়িত হয় কিন্তু দোলন ছন্দহীন। বৃদ্ধি আছে কিন্তু দৃষ্টিৰ অলক্ষে। জীয়াই থকাৰ মায়াই আশাৰ সৃষ্টি কৰে। আশাই কৰ্ম্মত প্ৰবৃত্ত কৰে। কৰ্ম্মৰ ফলে প্ৰেৰণা যোগায় আৰু প্ৰেৰনাই প্ৰতিযোগিতা কৰিবলৈ সাহস জন্মায়। সাহস হৈছে সিদ্ধিৰ কাৰক। মযো এই পথকেই গ্ৰহণ কৰিছিলো। ব্যতিক্ৰম হল, লব্ধফলে মোৰ প্ৰেৰণাক দুৰ্ব্বল কৰে। প্ৰেৰণাৰ দুৰ্ব্বলতাই মোক হতাশ কৰে। মই সাহসী হৈযো, বীৰাঙ্গনাৰ দৰে কৰ্ম্মৰত হৈযো বাৰে বাৰে হাৰি যাওঁ।

আকৌ এবাৰ সঙ্কল্প গ্ৰহণ কৰিলো। নবগ্ৰহৰ পূজা অৰ্ঘ্য নিবেদন কৰি যথা স্থানত স্থাপিত কৰিছোঁ। গন্ধপুষ্প, ধুপদীপ নৈবেদ্য ষডযোপচাৰৰ আযোজন কৰিছোঁ। এটা নিৰ্দ্দিষ্ট লক্ষ্য স্থিৰ কৰি পূজাৰ বেদী ৰচনা কৰিছোঁ। আবাহিত দেৱতাগণক নিজগুণে সন্তুষ্ট হবলৈ কৰযোৰে প্ৰাৰ্থনা কৰিছোঁ। ভিন ভিন দেবতাৰ স্বৰূপ বল্পনা কৰি যথাবিহিত সম্মান প্ৰদৰ্শন কৰি স্ব-স্থানত উপবিষ্ট হবলৈ, মোৰ পূজা গ্ৰহণ কৰিবলৈ, মোৰ ওপৰত আশীৰ্ব্বাদ বৰষণ কৰিবলৈ মিনতি কৰিছো। মোৰ চিত্ত সংযম কৰিবলৈ মনক প্ৰবোধ দিছোঁ। চিন্তাৰ অনলত দহন কৰা ষডৰিপুক সমাহিত হবলৈ, ধ্যানস্থ হবলৈ আহ্বান জনাইছো। বিবেক আৰু মনক দুটা নিৰ্দ্দিষ্ট স্থানত ৰাখিবলৈ বুলি দুযোটাৰ মাজত এটা ব্যৱধান ৰচনা কৰিবলৈ প্ৰযাস কৰিছোঁ। এই ব্যৱস্থাপনাৰ পূজাৰী মই নিজে। ঘট স্থাপন কৰি মই বিষ্ণুক আবাহন জনাইছো। অজ্ঞ পূজাৰীৰ দোষ ত্ৰুটি মাৰ্জনা কৰিবলৈ বিষ্ণুক আৰাধনা কৰিছোঁ। মোৰ মানস, লক্ষ্যত উপনীত হোৱা। মানসপুত্ৰ মোৰ গৰ্ভস্থিত হব এযে মোৰ কামনা। কামনা মোৰ বাস্তৱ হব। মাতৃহৃদয মোৰ জুৰ পৰিব। মাতৃৰ কোলা সুশোভিত হব। বক্ষৰ অমৃত পান কৰি মোক অমৰ কৰিব।

পূজা পাৰ্ব্বনৰ অন্তত ক্ৰম অনুসৰি মোৰ ব্ৰত আৰম্ভ কৰিছোঁ। এই ব্ৰত যাতে নিৰ্ভুল হয় তাৰ কাৰণে মনটো সংযত কৰি লৈো। ক্ষত বক্ষৰ দাগটো অতি সন্তৰ্পণে লক্ষ্য কৰি চালো। লাইফ চাইজ আয়নাখনত

প্ৰতিফলিত হে'ব্বা উন্মুক্ত বুকুখন দেখি এটা লাজৰ ভাব মুখৰ পৰা ভৰিলৈ নামি গ'ল। আলফুলকৈ মোৰ শাৰীৰ অঞ্চলটো কান্ধৰ ওপৰত পেলাই দি কিছু সময় আয়নাৰ সন্মুখতে থিয় হৈ ৰলো। লজ্জাৱতীক আকৌ এবাৰ নমাই লৈ ক্ষত স্থানটো ভালদ'ৰ পৰীক্ষা কৰিলো। এটা অংশ এতিয়াও ভালদৰে শুকোৱা নাই যেন লাগিল। দাগটোৱে হয়তো এটা লক্ষ্যৰ নিৰ্দ্দেশ কৰে। এটা সময় অতিক্ৰম কৰিব লাগিব ব্ৰতৰ মাজেৰে। আদিষ্ট ব্ৰত নীতিৰ মাজত অবলম্বন কৰিলে মোৰ সিদ্ধি যোগ উদয় হব পাৰে।

বাবাৰ উপদেশৰ কথাখিনি এবাৰ স্মৰণ কৰি চালো। তাৎপৰ্য্যখিনি বিশ্লেষণ কৰিলো। যি ধৰণে কৈছিল সেইদৰে ৰূপ লোৱা যেন লাগিছে। মনটো কিছু লঘু হোৱা যেন অনুমান কৰিলো। প্ৰসাদৰ এটা অংশ গ্ৰহণ কৰিলো। তাৰ পাছত মোৰ অবয়বটো আকৌ এবাৰ পৰীক্ষা কৰি চালো। মোৰ যৌৱনৰ বয়সটো এবাৰ হিচাব কৰি ললো। চকুৰ কোণ, ওঠ আৰু হাতৰ আঙুলিৰ বাহিৰে বাকী সকলো দেহসম্ভাৰ অটুত থকা যেন লাগে। কিবা পৰিবৰ্ত্তন হৈছে নে নাই মোৰ চকুত ধৰা নপৰে। অলপ যত্ন ললে বোধ হয় মোৰ হেৰুৱা ৰূপসজ্জাখিনিৰ পুনৰ উদ্ধাৰ কৰিব পৰা যাব। আজিকালি বহুতো প্ৰকাৰৰ উৎকৃষ্ট প্ৰসাধনৰ আবিষ্কাৰ হৈছে। এই কৃত্ৰিম প্ৰসাধনবোৰে, নানা ধৰণৰ উপাদান সমূহে ক্ষয়িষ্ণু যৌৱনক ভালেমানদিন সহায় কৰিব পৰা হৈছে। অহৰ্নিশে হোৱা দুশ্চিন্তাৰ কাৰণেই কিজানি মোৰ চকুৰ কোণৰ ওপৰত এটা প্ৰতিক্ৰিয়া প্ৰতিনিয়ত কৰি আছে। অন্তৰৰ কৰুণ ক্ৰন্দনৰ ক্ৰিয়া হয়তো প্ৰতিফলিত হৈছে মোৰ এসময়ৰ ৰঙীন ওষ্ঠাধাৰত। প্ৰাত্যহিক কৰ্ম্মত গৃহিণীৰ ভূমিকা লওঁতে লওঁতে মোৰ মিহি আঙুলিবোৰ কৰ্কশ হৈছে। বাকী অঙ্গসজ্জা ঠিকেই থকা যেন লাগে। পাৰ্থক্য যদি হৈছে সেয়া ধৰা পৰিব কেৱল তীক্ষ্ণ পৰ্য্যবেক্ষকৰ চকুত। ৰক্তৰ তাপ আৰু চাপ নিয়মিয়া যেন লাগে। এই আপুৰুগীয়া ৰত্ন সম্ভাৰক মই সযতনে ৰক্ষা কৰিব লাগিব। ভগৱানে মোক সমস্ত দৈহিক প্ৰাচুৰ্য্য দি সজাইছিল। অম্লানচিত্তে আৰু অকৃপণভাবে মনৰ প্ৰাচুৰ্য্য দিছিল। কামনা, বাসনা, আশা আকাঙ্খা, প্ৰেৰণা সকলো

দিছিল। কিন্তু নিদিলে, নিদিলে আকাঙ্খাৰ কল্পিত ফল। ফলবিহীন আকাঙ্খা বন্ধ্যা নহয় জানো ?

থাপনাত সযতনে বান্ধি থোৱা পাত তিনিটা প্ৰণাম কৰি তুলি ললো। মাজৰ পাতটো এতিয়াও কিছু সজীৱ হৈ আছে। বেল আৰু তুলসী পাতৰ সূক্ষ্ম পত্ৰৰন্ধ্ৰৰ দ্বাৰা জলবিন্দু নিৰ্গত হৈ মাজৰ পাতটো মুগুকুৱাকৈ আছে। বেল আৰু তুলসীৰ পাত দুটা ক্ৰমে লেৰেলিবলৈ আৰম্ভ কৰিছে। তুলসীৰ পাতটো তুলনামূলকভাবে বেছি শুকাইছে। এইটোৱে হয়তো এটা নিযম বা অনিয়ম। কাৰোবাৰ ৰস শোষণ কৰি কোনোবা পুষ্ট হয আৰু কোনোবা লেৰেলি শুকায়। কোনোৱে বিন্দু বিন্দুকৈ ৰস শোষণ কৰি নিমজ হৈছে আৰু শোষণৰ বলি হৈ কোনোৱে বা ঋক্ত হৈছে, শূন্য হৈছে। মযো এটা আশা পোষণ কৰিছিলো। মোৰ মাতৃবক্ষৰ ৰস শোষণ কৰি ক্ৰমে ক্ৰমে পুষ্ট হব মোৰ জীৱনাধাৰ। এই জীৱনআধাৰে ৰক্ষা কৰিব এটা অবিচ্ছিন্ন বন্ধন। ঋক্ত হৈযো, শূন্য হৈযো মই পুষ্ট হম মোৰ জীৱনআধাৰৰ জৰীযতে। কিমান ব্যতিক্ৰম এই নিয়মৰ।

বেলৰ পাতটোৰ ৰস সেৱন কৰিলো গাখীৰৰ লগত আৰু তুলসীৰ ৰস মৌজোলত। বনস্পতিৰ ৰস হব মোৰ মৃতসঞ্জীৱনী। এই সঞ্জীৱনীযে মোক সজীৱ আৰু সতেজ কৰিব। অনুকোষবোৰক পুষ্ট আৰু বলীষ্ঠ কৰিব। বলীষ্ঠ জীৱকোষবোৰে মোৰ মনটো সংযত কৰিব। সংযতমনে মনস্তাত্বিক দিশত সুনিয়ন্ত্ৰিত ক্ৰিযা কৰিব। কিমানদিন বা এই ব্ৰত পালন কৰিব লাগিব বাবাক এটিবাৰ প্ৰশ্ন কৰা নহল। মই কিজানি অভিমান কৰিছিলো। মোৰ অভিমান দেখি হযতো বাবাযো অভিমান কৰিলে। মনটো গধুৰ যেন মোৰ চকুত পৰিছিল। অভিমানিনীয়ে সুস্থভাবে পৰিস্থিতিটো অধ্যযন কৰিব নোৱাৰিলো। আউল লাগি সময় মতে নাভাগিল। কেবল অনুতাপকে পাইছো। কি কৰিব খুজি যে কি কৰি পেলাও। সজীৱ পাতটো চেপি ৰস উলিয়াবলৈ মনটোত কিছু কষ্ট অনুভৱ কৰিলো। স্বাৰ্থ পূৰণৰ কাৰণে এনে নিষ্পেষণ প্ৰতি মুহূৰ্ত্ততে হৈ থাকিছে। নিষ্পেষণে হয়তো কিছুমানক নিশ্চিহ্ন কৰি দিছে। কোনোৱে প্ৰতিবাদ কৰিব

পাৰিছে কোনোৱে বা বিনা প্ৰতিবাদে বিলুপ্ত হৈ গৈছে। মানুহৰ হৃদয়ত ভগৱানে দয়াৰ সৃষ্টি নকৰিলে+- করুণাৰ অভাৱতেই হয়তো মই আজি নিষ্পেষিত অনুভৱ কৰো। উদ্ভিদ বিজ্ঞানৰ ওপৰত বিশেষ অধিকাৰ নথকা কাৰণেই মই পাতটো চিনি পোৱা নাই। এই পাতটোৰ নিচিনাকৈ জীৱনৰ সতে ভেটা ভেটি হোৱা বহুতবোৰ বস্তু চিনি নাপালো। কতবোৰ ঘটনাৰ আদ্যোপান্ত মই আজিও নিৰ্দ্ধাৰণ কৰিব নোৱাৰিলো। মই এজনী সূক্ষ্ম দৃষ্টিৰ বিজ্ঞানৰ ছাত্ৰী হিচাবে সম্মুখীন হোৱা ঘটনাবোৰ বা জীৱনৰ বাটত লগ পোৱা মানুহবোৰক চিনি পোৱা উচিত আছিল। চিনি নাপালো। সকলো কথা মোৰ অজ্ঞেয় হৈ ৰ'ল আৰু মই হলো অপৰাজিতা। পৰাজয়ৰ গ্লানি বহন কৰি এটা দুৰ্বিসহ জীৱন যাপন কৰিলো।

পাতটোৰ ৰসখিনি ঘিঁৰ লগত অবিচ্ছিন্নভাবে মিহলি কৰি পেলালো। মিশ্ৰণটোৱে ঈষৎ সেউজীয়া ৰং ধাৰণ কৰিলে। মোৰ জীৱনৰ ৰং সেউজীয়া হব এই আশা কৰি ৰসখিনি খাই পেলালো। মনৰ মাজত কত ৰাঙও লুকা ভাকু খেলিলে তাৰ অন্ত নাই। গোলাপী, বগা ৰং এন্ধাৰত মিলি ৰং বিহীন হৈ পৰিল। সাতৰঙীৰ ৰঙৰ বোলাৰ খেলা ৰবেৰ এটা এটাকৈ নাইকিয়া হৈ দূৰ সুদূৰৰ দিগন্তত বিলীন হ'ল। দগ কাটি ছাপ ৰাখি গ'ল মাথোন স্মৃতিয়ে। বৃহস্পতিবাৰ ব্ৰতৰ উপাসিকা মই। পুৰীয়াটো খুলি ল'লো। বেইটামান মিহি উজ্জ্বল বগৰ স্ফটিক। ই'য়া মোৰ কল্পনাৰ নানা ৰঙৰ এটা। বৰ আশা কৰিছিলো এই ৰং জ্বলি জ্বলি পোহৰ বিকীৰণ কৰিব। আৰু আশা কৰিছিলো এই বিকীৰণে নাশ কৰিব হেজাৰ জনৰ মনৰ অমানিশা। এই উজ্জ্বল হীৰা সদৃশ স্ফটিকক প্ৰাণ দি, সমস্ত দেহ মন দি আহ্বান কৰিছিলো। এই মণিক মোৰ অন্তৰৰ গভীৰতম প্ৰদেশত স্থিতি লাভ কৰক। স্ফটিক কিৰণে মোকো উদ্ভাষিত কৰক। স্ফটিকক ৰক্ষা কৰক গুৰুদত্ত কৱচোৱে। মোৰ হাতত দুটা স্ফটিক মিহিকৈ গুড়ি কৰি পেলালো। কেচা তেজৰ ৰং ধাৰণ কৰিলে। তেজৰঙা জোলখিনি খাবলৈ ইতস্তত কৰিলো। গুৰুৰ প্ৰসাদ হিচাবে এটা সময়ত গ্ৰহণ কৰিলো। ব্ৰতৰ আৰু এটা স্তৰ আগবাঢ়িল। মনটো পাতল

অনুভব কৰিলো। এই মণিকবোৰ মই চিনি নাপালো। বোধ হয় কিবা ৰাসায়নিক দ্ৰব্য। ৰসায়নৰ ওপৰত মোৰ এটা অশ্ৰদ্ধা আছিল। অথচ জীৱজগতত সমস্ত অন্তৰবিক্ৰিয়া ৰসায়নৰ আধাৰত।

দিনবোৰ লাহে লাহে দীঘল হৈ আহিছে। ৰ'দৰ তাপ ক্ৰমান্বয়ে বৃদ্ধি পাইছে। সূৰ্যদগ্ধ পৃথিৱীখনৰ গছলতা তৰুতৃণবোৰ দাহিত হোৱা দেখিলো। কৃষ্ণচূড়াজোপাৰ পাতবোৰ সৰি সৰি প্ৰায় নাইকিয়া হৈছে। জীয়াই থকাৰ কোনো লক্ষণ নাই যেন লাগে। গছজোপাৰ ডালত পৰি এযুৰি কপৌৱে মোৰ ফালে বৰ করুণ দৃষ্টিৰে চাই আছে। সেউজবিহীন গছজোপাৰ কাৰণে নাইবা বং হেৰুওৱা মোৰ জীৱনটোৰ কাৰণে অনুকম্পা বোধ কৰিছে। কপৌহালিলৈ মোৰ বৰ মৰম লাগি গল। এমুঠি চাউল চতিয়াই দিলো। সিহঁতক অচঞ্চল হৈ থকা দেখিলো। সিহঁতৰ মনত বা কিহৰ বেদনা। নোপোৱাৰ নে পাই হেৰুৱাৰ কব নোৱাৰো। সিহঁতে প্ৰাণ বিনিময় কৰা মোৰ চকুত পৰিল। সিহঁতৰ কোনো লাজ লগা নাই। মুক্ত মনৰ উন্মুক্ত প্ৰকাশ ভঙ্গি। দুয়ো দুযৰো ওঠ দুটা লগ লগাই দিছে। চুম্বনৰ মধুৰস আস্বাদন কৰি অমৰ স্বাক্ষৰ বিচাৰিছে। জীৱন উপভোগ কৰিবলৈ সিহঁতেও শিকিছে। ভিতৰৰ বাৰান্দাৰ পোষ্ট প্লেটত বহি ৰমলিয়াই থকা পাৰযুৰিয়ে হঠাৎ কটাক্ষ দৃষ্টি কৰা যেন মোৰ অনুমান হল। মোক দেখি উৰি গৈ সঁজাত সোমাই কুকুৰাবলৈ আৰম্ভ কৰি দিলে। এটা আনন্দৰ পৰিবেশত বাধাৰ সৃষ্টি কৰিলো নেকি? সিহঁতৰ প্ৰাণৰ ভাষা মই নুবুজিলো। কপৌযুৰি উৰি গ'ল। উৰি গ'ল কিজানি লোকচক্ষুৰ আঁতৰত কোনোবা অধিক মুক্ত পৰিবেশলৈ।

ময়নাই খেলি আছিল মাটিৰ সতে। সাজি সাজি ভাঙি আছে। সজা আৰু ভঙাৰ পাৰ্থক্য তাই হয়তো ভালদৰে বুজি নাপায়। ময়ো আজিলৈ বুজি নাপালো গঢ়া আৰু গঢ়িতৰ পাৰ্থক্য। ভঙা আৰু গঢ়াই সৃষ্টিৰ নিয়ম। ভাঙিলে গঢ় লয় আৰু গঢ়িলেও ভাঙে। এটা বিৰামহীন সোঁত। কত কল্পনা ভাঙি চুৰমাৰ হৈ নতুন কল্পনাৰ ৰূপ লৈছে। কত পৰিকল্পনাই বাস্তৱ ৰূপ ধাৰণ কৰি অবাস্তৱ হৈছে। জীয়াই থকাৰ এটা মোহ আছে, মায়া আছে। মায়াৰ মোহত নতুন আশাৰ সৃষ্টি হৈছে। আশাই জীৱনৰ

সঞ্জীৱনীৰ কাম কৰি আছে। এটা ঘূৰণীয়া পথ যি পথৰ কোনো শেষ সীমা নাই বা ছেদবিন্দু নাই। ছেদবিন্দু মানুহৰ কল্পনা। এটা দাগ বা খাপ। সেই দাগত উপনীত হলেই আৰু এটা নতুন দাগৰ কল্পনা মনলৈ আহে। অসংখ্য ছেদবিন্দু লগ লাগি সৃষ্টি কৰে অবিচ্ছেদ্য বিন্দুৰ অন্তহীন ৰেখা। ইয়াৰ দীঘ প্ৰস্থ নাই। এটা শেষ নোহোৱা গতি। সময়ৰ দৰে, মহাকালৰ দৰে, অনন্ত আকাশৰ দৰে অন্তবিহীন।

সীমাজনীয়ে মোৰ ওপৰত এটা নতুন চিন্তাৰ অৱতাৰনা কৰিলে। স্কুলৰ পৰা আহিলে তাইৰ আচৰণ বা অন্য প্ৰতিক্ৰিয়া কিবা চকুত পৰে নেকি ভালদৰে পৰ্যবেক্ষণ কৰিব লাগিব। স্কুললৈ যোৱাৰ সময়ত কিছু অন্যমনস্ক আছিল। কিবা এটা ঘটিছে কোনো সন্দেহ নাই। ইমান সবল ছোৱালীজনী হঠাতে ইমান গহীন হৈ পৰাৰ কাৰণ এটা নিশ্চয় আছে। ৰমলাৰ মাকক লগ পালে কিবা এটা সম্ভেদ পোৱা যাব পাৰে। ইফালে প্ৰণীতাই এবাৰ যাবলৈ কৈ গৈছিল। সময়কণ উলিয়াবলৈ আহৰি নাই। তাৰ মাজেৰে প্ৰণীতাক এবাৰ লগ পোৱা উচিত হব। বিভিন্ন কথা প্ৰসঙ্গত কোনো এটা অসতৰ্ক মুহূৰ্ত্তত হয়তো কোনো সত্য উদ্ঘাটন হৈ যাব পাৰে। কাৰণটো জানিব পাৰিলে এটা ব্যৱস্থা লব পৰা যাব। ইমান চিন্তা কৰিও প্ৰকৃত কাৰণটো উলিয়াব পৰা নাই। নিষ্পাপ ছোৱালীজনীৰ ফালে চাবলৈকে মোৰ বেয়া লগা হৈছে। তাই স্কুলৰ পৰা উভতি অহাৰ আগতে গৈ আহিব লাগিব।

প্ৰণীতাৰ এটা ৰুচি আছে। ঘৰখন ইমান সুন্দৰকৈ সজাইছে। জিনিয়াৰ থোপা এটা আলফুলকৈ-লাৰি চালো। চিঙিবলৈ মন থকা স্বত্বেও নোৱাৰিলো। বেলি ফুল কেইটা পশ্চিমৰ ফালে হালি আছে। বেলিফুলৰ ফালে চায়েই মই সময়ৰ এটা হিচাব কৰি ললো। হাতত থকা ঘড়ীটোলৈ এনেয়ে এবাৰ চালো। সময়টো কিন্তু মোৰ চকুত নপৰিল। বাৰান্দাত ভালেমান টাব্ সজাই থোৱা আছে। প্ৰত্তিটো টাবতে বেলেগ বেলেগ ফুল। ইমানবোৰ ফুলৰ জাত বা কেনেকৈ সংগ্ৰহ কৰিছে? ওলোমাই থোৱা অৰ্কিডবোৰৰ নামবোৰো মই নাজানো। কপৌ ফুলটো কিন্তু মই চিনি পালো। মানুহবোৰকে নিচিনিলো। ইমান গছলতা

ফুলফল কেনেকৈ চিনিম।

গোন্ধ নথকা ফুলৰ প্ৰতি মোৰ আকৰ্ষণো কম। ফুলৰ সৌৰভে মোক এসময়ত মতলীয়া কৰিছিল। সুৰভিযুক্ত ফুলে মোৰ মনৰ ওপৰত এসময়ত এটা ক্ৰিয়াও কৰিছিল। অৰ্কিডবোৰৰ বোলে কোনো ফল নধৰে। কিন্তু বিস্তৰ হয়। ভাবিলে কেতিয়াবা আচৰিতো লাগে। আৰু ইমান বোৰ বস্তুৰ বা সৃষ্টি কৰাৰ কাৰণেই কি? কাৰণ হয়তো মানুহৰ জ্ঞানৰ গৰ্ব্ব খৰ্ব্ব কৰা কিজানি। আকাশত থকা ইমানবোৰ নক্ষত্ৰৰ বা কিমান গ্ৰহ আছে আৰু কিমান গ্ৰহত বা জীৱজন্তু আছে মানুহ আজিলৈ ঠিৰাং কৰিব নোৱাৰিলে। মোৰ ধাৰণাত অন্য বহুতো গ্ৰহতে জীৱজন্তু আছে। অৱশ্যে জীৱজন্তুবোৰৰ প্ৰকৃতি আমাৰ লগত নিমিলিব পাৰে। সেইবোৰ জীৱৰ মায়া বা আশা আছেনে? আশাবিহীন জীৱৰ জীৱন আৰু মৃত্যুৰ কোনো ব্যৱধান নাই। কেৱল মাথো খাই লৈ জীয়াই থকা আৰু মৰিও জীয়াই থকাৰ মাজত বিৰাট পাৰ্থক্য। মই মৰিও জীয়াই থাকিব খুজিছিলো মানৱ সভ্যতা থাকে মানে। মোৰ আশাবোৰ নিৰাশা বা দুৰাশা হব যেন পাওঁ।

প্ৰণীতাৰ প্ৰকাণ্ড ড্ৰইং ৰুমটো আৰু তাৰ আচবাববোৰৰ ওপৰত মোৰ চকু কিছু সময়ৰ কাৰণে ৰৈ গ'ল। সকলোবোৰ বস্তু পৰিপাটিকৈ সজোৱা আছে। এটা সংযত মনৰ সুন্দৰ সৃষ্টি। ঘৰখন ইমান বা নীৰৱ কিয়? কাৰো কতো সহাৰি নাই। মানুহজনী কিজানি ঘৰত নাই। নাইবা শুই থাকিবও পাৰে। মোৰ দৰেতো জীয়াতু ভুগিব লগীয়া হোৱা নাই। যি বিচাৰিছে তাকে পাইছে। ধন দৌলতৰ প্ৰাচুৰ্য্য আছে। জীৱনটো উপভোগ কৰিছে। ভগৱানে সকলো অকৃপণভাবে দান কৰিছে। মানবেন্দ্ৰৰ নিচিনা স্বামী পাইছে। তিনিটাকৈ সুন্দৰ পুত্ৰ সন্তান লাভ কৰিছে। লৰাকেইটা স্কুলৰ পৰা আহিলে ঘৰখন ভৰি উঠিব। ইহঁতৰ চঞ্চল আৰু প্ৰাণোৱন্ত গতিয়ে প্ৰণীতাৰ তেজৰ সোঁত খৰতৰ কৰিব। এটা প্ৰাণময় বাঙময়তাই প্ৰণীতাৰ ধমনিত মৃদু ধ্বনি তুলিব। প্ৰণীতাৰ প্ৰাণত আনন্দৰ কলৰবে গুণগুণনি তুলিব। সেই গুণগুণনি এটা সুৰলৈ ৰূপান্তৰিত হৈ যাব। সুৰৰ ঝঙ্কাৰত এটা অনিন্দ সুন্দৰ সুখৰ অনুভূতিত প্ৰণীতা

আপ্লুত হৈ যাব। জীৱনবোধৰ এটা মূল্যাঙ্কন হ'ব।

ঘৰখন অস্বাভাবিক ভাবে নিতান্ত নিস্তব্ধ। প্ৰণীতা বোধ হয় কান্তৰ পৰা এতিয়াও উভতি অহা নাই। অসময়তে আহিলো যেন পাওঁ। ড্ৰইং ৰুমটো পাৰ হৈ পিচফালৰ বাৰান্দা পালো। হঠাতে ভুতীয়া কুকুৰটোৱে ভুক্ ভুকাই উঠাত ভয় পাই গলো। কুকুৰটো বন্ধাই আছে। এবাৰ ভুকিয়ে কুকুৰটো কুকুৱাই উঠিল। মোক চিনি পোৱা কাৰণেই কিজানি আৰু নুভুকিলে। কুকুৰটোৰ মুখখন এটা কেচুৱাৰ দৰে লাগিল। চকু দুটা তিৰ বিৰকৈ জ্বলি আছে। ময়নাক হাতত ধৰি ক্ৰমে মই চিৰিখন বগাই ওপৰলৈ উঠি গলো। ওপৰৰ বাৰান্দাত কেইটা-মান চিনামাটিৰ টাব সজাই থোৱা আছে। ফুলবোৰ নতুনকৈ ৰোৱা যেন লাগিল। চিনামাটিৰ টাব ব্যৱহৰ বা কিয় কৰিছে মই বুজিব নোৱাৰো। আনহাতে কাৰণ সুধিবলৈকো বেযা পাইছো, কিজানি মোৰ কিবা অজ্ঞতা প্ৰকাশ পায়। কেইটামান টাবত বিভিন্ন ধৰণৰ ধেকীয়া যেন লাগিল। ধেকীয়াও নুফুলে। নুফুলা গছ মোৰ ভাল নালাগে। নুফুলা গছো নিস্ফলা হব লাগে। অথচ এইবোৰৰো বিস্তাৰ আছে।

প্ৰণীতাৰ ৰুমৰ গধুৰ পৰ্দাখন সম্পূৰ্ণকৈ টানি থোৱা আছে। মোৰ অবচেতন মনটোত এটা সঙ্কোচৰ ভাৱ জাগিল। নীৰৱতাখিনি ময়নাই হঠাতে ভঙ্গ কৰি পেলালে। এটা ভাটো চৰাই বাৰান্দাৰ এটা চুকত ৰূপালী সজাটোত বন্দী হৈ আছে। বন্ধনে ভাটৌটোৰ স্বাধীনতা হৰণ কৰিছে। ময়নাই ভাটৌটোক এটা সম্বন্ধ ধৰি মাতিলে। ভাটৌটোৱেও উত্তৰ দিলে। প্ৰণীতা ৰুমৰ পৰা ওলাই আহিল। আমাক দেখা পাই এটা মিচিকীয়া হাঁহি মাৰি ভিতৰলৈ মাতিলে। প্ৰণীতাই এটা চুটিহাতৰ ব্লাউজ পিন্ধি আছিল। চাদৰখনৰ অসাৱধানতাৰ কাৰণে প্ৰণীতাৰ যৌৱনৰ বক্ষসম্ভাৰৰ কেইটামান অংশই আত্মপ্ৰকাশ কৰিছে। প্ৰণীতাক মোৰ খুব ধুনীয়া লাগি গ'ল। দুবাহু গোল নিপোতল। কপালত কুমকুমৰ ৰঙৰ বলোৱা এটা অপেক্ষাকৃতভাবে ডাঙৰ সেন্দুৰৰ ফোট। ফোটটো তীব্ৰভাবে জ্বলি থকা মোৰ চকুত পৰিল। শৰীৰৰ উঠানমাবোৰ ইমান সুন্দৰভাবে ত্ৰিমাত্ৰিক। সুখৰ আমেজত মজি নিমজ

হৈ আছে। এটা তুলনা কৰি চালো। নিজকে বহুত নিম্নখাপৰ যেন অনুভব কৰিলো। অলপ ঈৰ্ষাও উপজিল। নোপোৱাৰ কোনো বেদনা মোৰ চকুত নপৰিল। বেদকমত সোমালো। একাষৰীয়া কৈ থোৱা ছকীখনত নবহি বিচনাতে বহিলো। প্ৰণীতাৰ বিচনাখনত পৃথিৱীৰ পৰা হেৰাই যাব খোজা শক্তিৰ বিষয়ে লিখা এখন কিতাপ পৰি থকা দেখিলো। সচৰাচৰ ব্যৱহাৰ্য শক্তিসমূহৰ কিছুমান অনতিদূৰত শেষ হৈ যাব। শক্তিৰ শেষ মানে পৃথিৱী এটা স্থৱিৰ অৱস্থা প্ৰাপ্ত হব। এই স্থৱিৰতাই পৃথিৱীৰ গতি প্ৰতিহত কৰিব। ভাবিবলৈ মোৰ ভয় লাগি গ'ল। যদি নতুন শক্তিৰ সৃষ্টি নহয় তেনেহলে মানৱ সভ্যতা, পৃথিৱীৰ সভ্যতা বিলুপ্ত প্ৰাপ্ত হ'ব নেকি? চিৰ প্ৰবাহিত সৌৰ শক্তি হেনো ব্যৱহাৰোপযোগি কৰিবলৈ বিজ্ঞানীয়ে নানা ধৰণৰ যান্ত্ৰিক উদ্যোগৰ কথা চিন্তা কৰি আছে। এতিয়াও পৃথিৱীৰ সকলো শক্তি সূৰ্য্যৰ পৰাই পোৱা। সৌৰ শক্তি উদ্ভিদ জগতে আহৰণ কৰি প্ৰাণীজগতৰ আধাৰ হৈ আছে। সূৰ্য্যও এদিন মৰি যাব নেকি? আৰু ভাবিব নোৱাৰি। ভাবিলে মই পাগল হৈ যাম। নতুন শক্তিৰ যিকোনো প্ৰকাৰে সৃষ্টি কৰা উচিত হব।

প্ৰণীতাই কোনো দীঘলীয়া পাতনি মেলা নাই। তেওঁৰ ল'ৰাকেইটাৰ কোনো প্ৰসঙ্গ উত্থাপন কৰা নাই। মই আঘাত পাবলগীয়া কোনো কথাকে আলোচনা কৰা নাই। ভালেমানদিন মুকলিভাবে আলোচনা কৰিবলৈ লগ নোপোৱা কাৰণে মতা বুলি কলে। আদৰ আপ্যায়নৰ কোনো ত্ৰুটী মোৰ চকুত ধৰা পৰা নাই। খুব সৰল আৰু সহজভাবে কথাবোৰ কৈছে। জিতেন্দ্ৰৰ প্ৰসঙ্গ এটাও ওলাল। জিতেন্দ্ৰৰ ধৈৰ্য্য আৰু নিষ্ঠাক খুব প্ৰশংসা কৰিলে। পেটে পেটে যে মোৰ ভাল লগা নাই তেনে নহয়, কিন্তু ইয়াৰ অন্তৰালত বা কিমান গৰল তাকেহে বুজিব পৰা নাই। অসংখ্য নৰনাৰীৰ কল্যানৰ কাৰণে জীতেন্দ্ৰ ব্ৰতী আৰু নিষ্ঠাবান কৰ্মী বুলি গবেষণাকেন্দ্ৰৰ সকলোৱে হেনো স্বীকাৰ কৰে। কি বিষয়ে গবেষণা চলি আছে সেয়া হেনো এতিয়াও গোপনীয়। মানবেন্দ্ৰৰ পৰা শুনা বুলি কলে। এই আৱিষ্কাৰ হেনো খুব কষ্টসাধ্য। সাফল্যও হেনো অকল্পনীয়। এটা বিভিন্ন স্তৰৰ সাংশ্লেষণিক পদ্ধতি। চিকিৎসা

গৱেষণা কেন্দ্ৰৰ আবিষ্কাৰ মানে কোনো ঔষধৰ নতুন জন্ম। এই দৰবৰ প্ৰয়োগে হয়তো বহুতো নৰনাৰীৰ ৰোগৰ উপশম কৰাত সহায় কৰিব। কিন্তু মোৰ মনৰ যি ৰোগ, মোক যি ৰোগে আক্ৰমণ কৰি জীৱনৰ মোহ পাহৰাব খোজে তাৰ সৃষ্টি এওঁ'লাকে কিয় কৰিব নোৱাৰে ?

কথা প্ৰসঙ্গত ৰমলা, বীণা বাবা ইঁতৰ কথাইও স্থান পাইছে। ৰমলা, বীণাইঁতৰ প্ৰসঙ্গই মোৰ মনতো সহানুভূতিৰ সৃষ্টি কৰিছিল। প্ৰণীতাৰ দৃষ্টিভঙ্গি উদাৰ। কথাবোৰ খুব মনোগ্ৰাহীকৈ কব জানে। ক'ত আৰম্ভ কৰিব লাগে আৰু কেনেকৈ শেষ কৰিব লাগে তাৰ যেন এটা নিৰ্দ্দিষ্ট সূত্ৰ আছে। এটা বিশেষ ক্ষেত্ৰত প্ৰণীতাইঁতে নিশ্চয় শুকীয়া প্ৰসঙ্গ উত্থাপন কৰি মোৰ প্ৰতিও সহানুভূতিশীল হৈ পৰে। কিজানি এটা করুণাৰ ভাব জাগি উঠে। মই পুতৌৰ পাত্ৰ হৈ পৰো। মোৰ বেদনা বিধুৰ অন্তৰখন ম্ৰিয়মান হৈ পৰে। এসময়ত ময়ো মানুহক পুতৌৰ চকুৰে চাইছিলো, চাব পৰা মোৰ কিছু সম্বল থকা যেন লাগিছিল। ভগৱানে সম্ভৱতঃ মোৰ ওপৰত প্ৰতিশোধ লৈছে। ভগৱানৰ বিচাৰত মোক দোষী সাব্যস্ত কৰা হৈছে।

জিতেন্দ্ৰই তেওঁৰ কৃতকাৰ্যতা মোৰ পৰা লুকুৱাই ৰখাৰ কাৰণটোহে মই ভালদৰে বুজিব পৰা নাই। মই জানিলে তেওঁৰ কিবা বিশেষ ক্ষতি হব পাৰে নেকি। নে মোক প্ৰগলভ বুলি ধৰি লৈ গোপনীয়তা ভঙ্গ হব পাৰে বুলি ভয় কৰে ? মানবেন্দ্ৰ, প্ৰণীতাই জানে। অথচ এই আবিষ্কাৰৰ আনন্দৰ পৰা তেওঁৰ অতি নিজৰজনীক বঞ্চিত কৰিছে। অভিপ্ৰায় কি হব পাৰে মই আৰু চিন্তা কৰিব লাগিব। মানুহক যিমানেই চিনিবলৈ চেষ্টা কৰো সিমানেই মই অপাৰগ হৈ পৰো। অন্যমনস্কতাৰ আৱৰণ লৈ মানুহজন বা কিহৰ অন্বেষণত ব্ৰতী হৈছে কব নোৱাৰো। এই গৱেষণা কেন্দ্ৰৰ গুৰীয়াল মানবেন্দ্ৰ। কিন্তু মানবেন্দ্ৰৰ স্বভাৱে চৰিত্ৰই গৱেষণা-কাৰীক নিৰ্দ্দেশ নকৰে। এনেও হব পাৰে যে জিতেন্দ্ৰেই এনে এটা প্ৰকল্প হাতত লৈছে যিটো অসমৰ অন্যান্য গৱেষণা কেন্দ্ৰৰ কামতকৈ কিছু সাফল্যপ্ৰদ। কিন্তু ই কোনো মৌলিক তত্ত্ব হব নোৱাৰে। এই গৱেষণাৰ ফলাফলে পৃথিৱীৰ বিভিন্ন স্থানত থকা গৱেষণা কেন্দ্ৰৰ ওপৰত কোনো

প্ৰভাৱ বিস্তাৰ নকৰে বুলি মোৰ দৃঢ় বিশ্বাস। এনেকি ভাৰতৰে বস্তুত বিজ্ঞানীয়ে এই গবেষণাক এটা বিশেষ সন্মান জনাব বুলি মোৰ বিশ্বাস নহয়। শত শহস্ৰ বিধ দৰবৰ এটা হব পাৰে। সিযো নিশ্চয় বিভিন্ন ফৰ্মূলাৰ অংশ কাটি নতুনকৈ লগলগোৱা। শতাংশ পৰিমাণৰ সামান্য সালসলনি কৰি সৃষ্টি কৰা এটা ৰাসায়নিক সংমিশ্ৰণ। বিপ্ৰেজেণ্টেটিভ-বোৰৰ কাৰণ অৱশ্যে এটা ভাল স্লোগান হৈ যাব পাৰে। অমুকত প্ৰয়োগ কৰি চমকপ্ৰদ সাফল্য লাভ কৰিছে। এযা চাওক ফটো সহকাৰে বিতং বিবৰণ। অপূৰ্ব্ব সৃষ্টি। ই প্ৰায় যাদুৰ দৰে কাম কৰে। মই এই আবিষ্কাৰক এটা বিশেষ গুৰুত্ব দিয়াত এতিয়াই কোনো প্ৰয়োজন বোধ কৰা নাই। খৰ, খজুৱতি, জ্বৰ, কাঁহ, হেপাটাইটিচৰ অব্যৰ্থ মহৌষধ বুলি বাতৰি কাকতৰ যোগেদি বিজ্ঞাপন দিব পৰা যাব চাগে। এই ভণ্ডবোৰৰ প্ৰতি মোৰ কোনো শ্ৰদ্ধা নোহোৱা হৈছে। কেৱল ফাকি। তাঁৰ তুলনাত আয়ুৰ্ব্বেদ বেচি বিজ্ঞানসন্মত। মানবেন্দ্ৰই হৰমোনৰ সংশ্লেষণৰ কথা কৈছিল। কিয় বিজ্ঞানীসবে তাকে নকৰে কোনেই। যিদিনা কৰিলে পৃথিৱীৰ মাতৃৰ হাহাকাৰ কমে তাক কৰিবলৈ সময় লাগিব। সাগৰৰ বুকুত যে ইতিমধ্যে শত সহস্ৰ মাতৃ বিলোপ পাই যাব। যিটো কালি কৰিব পাৰি আজি নকৰে কিয়? কেৱল সম্ভাৱনাৰ কথা। মোৰ মূৰটো গৰম হৈ যাব খোজে। এযা মোৰ ওপৰত এটা চক্ৰান্তও হব পাৰে। মোৰ মন ভাল লগাবলৈ বুলি, বা জিতেন্দ্ৰৰ প্ৰতি অধিক অনুৰক্তা হোৱাৰ কাৰণে এটা ষড়যন্ত্ৰ যে নহয় তাক এতিয়াই কোৱা টান। কিন্তু মানবেন্দ্ৰই মোক লৈ চাতুৰী খেলাৰ প্ৰয়োজন কি? মানুহজনৰ মোৰ প্ৰতি কৰবাত এটা দুৰ্ব্বলতা থাকি গ'ল নেকি? নে মোৰেই থাকিল। পুৰুষ হিচাবে মানবেন্দ্ৰক সুপুৰুষ যেন লাগে। কিন্তু মোক লৈ যেন কৰবাত এটা 'ৰিচাৰ্চ' চেন্টাৰ তৈয়াৰ হৈছে। মোক এওঁলোকে তেনেহলে মানসিক বিকাৰগ্ৰস্ত ৰোগী হিচাবে ধৰি লৈছে নেকি? সকলোৱে কেৱল স্নেহ প্ৰদৰ্শন কৰে।

সকলোৰে জীৱনৰ স্মৃতি একেদৰে বৈ নাথাকে। মোৰ জীৱনৰে আদিচোৱা আৰু বৰ্ত্তমানৰ সময়চোৱাৰ মাজত এটা বিৰাট ব্যৱধান। এই

ব্যতিক্ৰমৰ কাৰণে দায়ী মই নহয়। আন দহ গৰাকী মাতৃয়ে যি ধৰণে বিচাৰে সেইদৰে ময়ো এটা জীৱন বিচাৰিছিলো। মই কৰিব পৰা সকলো কৰিছোঁ বা কৰিবলৈ যত্ন কৰিছোঁ। বিচৰাটো মই পোৱা নাই। পোৱাৰ বেদনাই মোক নোপোৱাৰ বেদনাতকৈ অধিক সন্তাপ দিয়ে। সন্তাপ মোৰ জীৱন লগৰী হৈ পৰিল। গঙ্গা আৰু ব্ৰহ্মপুত্ৰৰ উৎস একে মহা বিশাল গিৰি হিমালয। অথচ এটাৰ লগত আনটোৰ কোনো তুলনা নাই। এষা হয়তো প্ৰকৃতিদত্ত। গঙ্গাক মাতৃৰূপে আৰু ব্ৰহ্মপুত্ৰক পিতৃ হিচাবে গণ্য কৰে। দুয়োৰো কাম একে, লক্ষ্যও একে। দুয়ো মহা-সাগৰত বিলীন হৈ যায়। প্ৰকৃতি আৰু পুৰুষৰ মানদণ্ড একে হ'ব লাগে। অথচ মানুহে বিভেদ কল্পনা কৰি দুটা ভিন্ন সত্বাৰ সৃষ্টি কৰিছে। এয়া মানুহৰ স্বকল্পিত। শক্তিৰ পৰিমাণৰ ওপৰত প্ৰকৃতি আৰু পুৰুষৰ ভিন্ন ৰূপ কল্পনা কৰি মানুহে কাৰবাক উচ্চ আৰু নীচ স্থানত স্থাপিত কৰিছে। প্ৰকৃততে কিন্তু এটাক বাদ দি আনটোৰ স্বকীয় অস্তিত্বৰ গুৰুত্ব কম। এটাৰ অবিহনে আনটো বিকল।

অলপ পাছতে এই নিস্তব্ধ ঘৰখন মুখৰিত হৈ উঠিব। প্ৰণীতাৰ প্ৰাণৰ হাঁৰা মুকুটাবোৰ আহি পাব। প্ৰণীতা তৎপৰ হৈ যাব। অলপ বহাদে বুলি কৈ কামত ব্যস্ত হৈ পৰিব। মোৰ অজ্ঞাতে প্ৰণীতাই হযতো সিহঁতৰ কথাকেই চিন্তা কৰি আছে। হযতো মই যোৱাৰ কাৰণে বাট চাই আছে। যোৱাৰ প্ৰস্তাৱটো মোৰ পৰা আহিলে প্ৰণীতাই ভাল পাব। প্ৰণীতাৰ ভদ্ৰতাৰ কোনো লাঘব নহব। সীমা আৰু ভণ্টিৰ কথা হঠাতে মোৰ মনলৈ আহিল। সিহঁতে মোক বিচাৰি হুলস্থুল লগাই নিদিয়ে। সিহঁতৰ গতিত মই কোনো চাঞ্চল্য দেখা নাপাওঁ। সিহঁতৰ চাঞ্চল্যই মোৰ মনৰ গতিৰ ওপৰত কোনো ক্ৰিয়া নকৰে। লৰাবোৰৰ গতিৰ লগত ছোৱালীৰ গতি বেসুৰীয়া যেন লাগে। ছন্দৰ মিল নাই। তাল ভঙ্গ হোৱা যেন লাগে। কিন্তু পৰ্ব্বতে পাহাৰে বাস কৰা লৰাছোৱালীবোৰৰ গতিৰ পাৰ্থক্য চকুত নপৰে। সিহঁতৰ একে গতি, একে সোঁত।

প্ৰণীতাৰ দেৱাল ঘড়ীটোলৈ হঠাৎ মোৰ চকু পৰিল। দীঘল আৰু চুটী কাটা দুডাল আৰু পাঁচ মিনিট পাছত পৰস্পৰ লম্ব হৈ যাব।

তিনিবজাতে ঘৰ পোৱাৰ কথা মনতে ভাবি আহিছিলো। প্ৰয়োজনীয় কোনো কথাই যেন মোৰ আলোচনা কৰা নহল। প্ৰণীতাই যেন এটা অস্বাভাৱিক সতৰ্কতা অবলম্বন কৰিছে। মোৰ গতিবিধি যেন তীক্ষ্ণ দৃষ্টিৰে লক্ষ্য কৰিছে। ঘড়ীটোৰ নিৰ্ব্বিকাৰ গতি মোৰ চকুত পৰিল। ইমান নিষ্ঠাৱান এই নিৰ্জীৱ বস্তুবোৰ। কোনো বেদনা নাই। সোমবাৰ বুলি লিখি থোৱা আছে। প্ৰতি সোমবাৰে চাবি দিব লাগে। দিলে জীৱাই থাকে। যি কামৰ কাৰণে তাক তৈয়াৰ কৰা হৈছে ঠিক সেই কাম কৰে। মানুহে কিন্তু নকৰে। মানুহ সৃষ্টি কৰোতে ভগৱানে ইমান সুকৌশল অবলম্বন কৰিছে যে প্ৰতি ক্ষেত্ৰতে তেওঁক স্মৰণ নকৰিলে আউল লাগি যায়। স্মৰণ কৰিলেও শুদ্ধ পথৰ সন্ধান নিদিয়ে। কৰ্ত্তব্য অকৰ্ত্তব্যৰ বিচাৰ নিজৰ। কাম কৰি সুখ বা দুঃখ পোৱাৰ বিচাৰো নিজৰ। মানুহ সৃষ্ট আৰু ভগৱান সৃষ্টৰ পাৰ্থক্য আকাশ পাতাল। অলপ মনে মনে চঞ্চল হোৱাৰ নিচিনা লাগিল। কৰবাত ধৰা পৰি যোৱাৰ ভয় লাগিল। প্ৰণীতাক যাওঁ বুলি কলো। কোনো দিন তাৰিখৰ কথা নোকোৱাকৈ এবাৰ যাবলৈ কলো।

প্ৰণীতাৰ ব্যৱহাৰ বা আচৰণৰ পৰা একো ধৰিব নোৱাৰি। মোৰ প্ৰতি এটা স্নেহৰ ভাব পৰিলক্ষিত হয়। সহানুভূতি বা পুতৌৰ কোনো সন্দেহ নাই। নিজকে লৈ ব্যস্ত হৈ থকাৰো কোনো ইঙ্গিত নাই। সকলোবোৰ কথা-বতৰাতে এটা অকপট ভাবভঙ্গি। মানবেন্দ্ৰ আৰু প্ৰণীতাৰ ওপৰত মই পোষণ কৰা মত ভুল হৈছে। মই যি ধৰণে চাব লাগে সেই ধৰণে চাবলৈ শিকা নাই। কোনো প্ৰত্যক্ষ কাৰণ নোহোৱাকৈ মানুহৰ ওপৰত ভুল ধাৰণা লোৱাটো নিজৰ কেবল দুৰ্ব্বলতাই নহয় ই অজ্ঞানীৰ পৰিচায়ক। কাৰ্য্য কাৰণত বিশ্বাসী মানুহজনীয়ে অকাৰণতে মিছা কল্পনাৰ আশ্ৰয় লৈ মানুহক বিচাৰ কৰিলো। আৰু ভুল কৰিব নোৱাৰি। সৎ কামৰ ফল দেৰিকৈ হলেও ফলে। অসৎ কামৰ ফলো সেই একে ধৰণে ফলে। মোৰ কৃতকৰ্মৰ কাৰণে দায়ী মই নিজে আৰু ফলো ময়েই ভোগ কৰিব লাগিব। পৰিণাম যিমানেই ভয়াবহ নহওঁক কিয় তাক মই বহন কৰিবই লাগিব। এটি নিষ্পাপ প্ৰাণক প্ৰতাৰণা কৰিলো। বাহ্যিক ৰূপেই সকলো বস্তুৰ প্ৰকৃত ৰূপ নহয়। জিতেন্দ্ৰক সকলোৱে প্ৰশংসা

কৰাই শুনিছো। মানুহজন যে অচঞ্চল আৰু নিৰ্বিকাৰ সেই বিষয়ে কোনো সন্দেহ নাই। বাহ্যিকভাবে ভাবলেশহীন যদিও প্ৰকৃত কামত নিষ্ঠাবান। অপ্ৰয়োজনীয় কথাত বিৰত হোৱাটো অনুচিত বিবেচনা কৰে। সাংসাৰিক দায়িত্বত মানুহজনক অকৰ্ত্তব্য কৰা বুলি মই মিছাতে অভিমান কৰো। যিখিনি কাম মই গাত পাতি লৈ ডাঙৰ কাম কৰা বুলি ধৰি লৈছো সেইখিনি কাম জিতেন্দ্ৰযো কৰিব পাৰিলেহেঁতেন। কৰা বা নকৰাৰ কাৰণে সাংসাৰিক দ্বন্দ্বৰ মাজত সোমাব নোখোজে। সঁচাকৈ মানুহজনৰ প্ৰতি মই বহুত বেয়া কাম কৰিলো। বহুত পাপ কাম কৰা হ'ল। পাপৰ ফল মই ভোগ কৰিবলৈ আৰম্ভ কৰিছোঁ। এই পাপ কামত লিপ্ত নোহোৱা হলে মই কিজানি আজি এই দুৰ্ভোগ ভুঞ্জিব লগীযা নহ'লহেঁতেন। এজনী এজনীকৈ তিনিজনী ছোৱালী মোৰ সংসাৰলৈ আহিল। জিতেন্দ্ৰই নাজানে ইহঁতৰ জন্মবৃত্তান্ত। জিতেন্দ্ৰই ইযাকো নাজানে মই যে কি কুৎসিত ভূমিকা গ্ৰহণ কৰি তেওঁৰ সৰ্ব্বনাশ কৰিছোঁ। আপাতদৃষ্টিত মই জিতেন্দ্ৰৰ সুখে দুঃখে সকলো কামতে জড়িত আছো। দুটা মুবুজা, অমিল প্ৰাণৰ চক্ৰান্তময যুগ্মজীৱন। দুৰ্নীতি-গ্ৰস্ত এটি কপট হৃদযে এজন সুন্দৰ চিত্তৰ পুৰুষৰ মগজুত স্থান অধিকাৰ কৰিছে কেন্সাৰৰ চিনাক্ত কৰিব নোৱাৰা ভাইৰাচৰ দৰে। যদি কোনোদিন এই ভাইৰাচৰ চিনাক্তকৰণ হয তেতিযাহলে এক শক্তিশালী ৰাসায়নিক দ্ৰব্যৰ বিষক্ৰিযাই ইয়াক ধ্বংস কৰি পেলাব। অন্যথাই সুতীক্ষ্ণ চুৰিকাঘাটে ইযাক নিৰ্মূল কৰিব। এই চক্ৰান্তৰ কোনো তুলনা নাই।

উভতি আহোতে ৰমলাৰ মাকক বাটতে লগ পালো। প্ৰণীতাকে লগ পাবলৈ অহা বুলি কলে। কথাটো শুনি বৰ ভাল নালাগিল। মহিলা গৰাকীক খুব সংযত আৰু সৎ যেন লাগে। তেওঁৰ প্ৰতি লোৱা মোৰ ধাৰণা ভুল নে শুদ্ধ কব নোৱাৰো। ৰমলাৰ কাৰণে মাক হিচাবে এটা দায়িত্ব আছে। ৰমলাৰ ভাল হোৱাটো মাকে বিচাৰে। পাৰ্য্যমানে সকলো কৰিছে। ডাক্তৰ, কবিৰাজ, ওজা, সন্যাসী বা যোগী কাৰো পৰামৰ্শ নোলোৱাকৈ থকা নাই। ৰমলাৰ মাকৰ বিষয়ে বহুতে বহুত ধৰণে কয়। দুই একে কুমন্তব্যও কৰে। মই অৱশ্যে তেখেতেঅনুসৰণ কৰা পথৰ

বিষয়ে একো নাজানো। মোৰ প্ৰতি স্নেহকে দেখুৱাই আহিছে। মানুহে কেতিয়াবা নিজকে লুকুৱাবলৈ আনৰ দোষ ত্ৰুটীৰ ৰতনা কৰে। সাময়িক-ভাবে হলেও দোষমুক্ত হবলৈ চেষ্টা কৰি চায়। ৰমলা আৰু বাবাৰ প্ৰসঙ্গ মানুহে যি দৰে আলোচনা কৰে তাৰ সত্যতাৰ কথা মই নাজানো। মই একো দেখাও নাই। কল্পনাৰ আশ্ৰয় লৈ বহুত কিবা কিবিৰ সিদ্ধান্ত লব পাৰি। মোৰ সাক্ষী কিন্তু মই নিজে। আনে মোৰ বিষয়ে কি জানে বা নাজানে মই কব নোৱাৰো। সন্দিগ্ধমনে কৌতুহল বশতঃ হলেও নিশ্চয় কোনো সূত্ৰ উদ্ভাৱন কৰাটো একো আচৰিত নহয়। এই প্ৰসঙ্গ যে কৰবাত উত্থাপিত হৈছে তাৰ কোনো সন্দেহ নাই। কাৰণ সীমাই তাৰ প্ৰমাণ। তাই সহজ হব পৰা নাই। অন্য কোনো কাৰণ মই বিচাৰি পোৱা নাই। কিন্তু অদ্দাটো ক'ত তাক উলিযাব পাৰিলে ভাল আছিল। সময়মতে চুঙ ত সোপা দিব পাৰিলে বহুত ফল পোৱা যায়। মোৰ কাৰণে আজি সীমাই লাজ পাইছে। কেইদিনমান পাছত ভণ্টি আৰু পাছত মযনাই লাজ পাব। সিহঁতৰ সেই লাজ এদিন নাইকিয়া হৈ যাব। আজিৰ এই লাজ বা অপমান এটা বযসত উদাহৰণ হৈ যাব। সিহঁতেওঁ মোৰ পথ অবলম্বন কৰিবলৈ লাজ নকৰা হ'ব। উদাহৰণে সিহঁতৰ মনত সাহস আৰু প্ৰেৰণা দিব। মোৰ আজিৰ সাহস বা প্ৰেৰণা উদাহৰণৰ পৰাই হৈছে। সেই একে সোঁত। হয়তো বৈ থাকিব আৰু ক্ৰমে কলঙ্কৰ দাগ গাঢতৰ হব। কিছুমান পিতৃপৰিচযবিহীন জাৰজৰ জন্ম হব। এই জাৰজবোৰে সমাজখনক ধ্বংসৰ মুখলৈ তিল তিলকৈ ঠেলি দি বিভিষীকাৰ সৃষ্টি কৰিব। এই স্খলনে মনত প্ৰতিশোধৰ বিজ সিঁচি দিব। প্ৰতিশোধৰ তাৰণাত সুন্দৰ সৰল মনবোৰে কুৎসিৎ আকাৰ ধাৰণ কৰিব। মনৰ প্ৰকৃত ৰূপ হেৰুৱাই বিকৃত হৈ পৰিব। লাহে লাহে সমাজখন অধঃপতিত হব। এই সমাজদ্ৰোহী সবলৰ মযো এজনী। মোৰ স্খলনে সমাজৰ অংশবিন্দু অবনমিত কৰাত সহায় কৰিলে। এই দ্ৰোহৰ কোনো ক্ষমা থাকিব নোৱাৰে। আত্মগৰ্ব্বই মোক প্ৰকৃত পথ বাচি লোৱাত সহায় নকৰিলে। মোৰ শিক্ষা আৰু সংস্কাৰৰ কোনো মূল্য নাই। আমি এৰাএৰি হলো। ৰমলাৰ মাকক এৰি সন্দেহী মন এটালৈ ঘৰ পালো।

সীমা আৰু ভঙ্গি উভতি অহা নাই। ততাতৈয়াকৈ কাপোৰযোৰ সলাই ললো। দেহাবয়বটো পৰীক্ষা কৰাৰ কাৰণে আয়নাখনৰ ওচৰত থিয় হলো। দেহৰ উঠানমাবোৰ, ভাজবোৰ, বিশেষ বিশেষ অঙ্গসজ্জাখিনি আকৌ এবাৰ নিৰীক্ষণ কৰি চালো। প্ৰণীতাৰ লগত এটা তুলনা কৰি চালো। প্ৰণীতা সঁচাকৈয়ে সুন্দৰী হৈ আছে। প্ৰণীতাৰ সুৰক্ষিত যৌৱনৰ ফালে চালে এইটো সুন্দৰকৈ বুজিব পাৰি মানুহজনী কিমান সুখত আছে। মানুহৰ শৰীৰৰ ওপৰত চিন্তাই যি দৰে ৰেখাপাত কৰে সেই ধৰণে একোৱে কৰিব নোৱাৰে। চিন্তাৰ অনলে মোৰ দেহৰ ৰং মলিন কৰিলে। হৃদয় এলান্ধুকলীয়া কৰিলে। আবৰণখিনি সংযত কৰি ললো। মনটো কিন্তু অশান্ত হৈয়েই থাকিল। বুকুৰ মাজত থকা দাগটো শুকাইছে। আপেল-টোও শেষ হৈছে। শুকান দাগটোৰ ছাপটো স্পষ্ট হৈ আছে। ঘৰ্মাক্ত দেহত ই অধিক উজ্জ্বল হৈ পৰে। এই দাগে কলঙ্ক বহন কৰি আমৰণ বৈ যাব। এন্ধাৰৰ তীক্ষ্ণ বাণ পোহৰত উদ্দীপ্ত হৈ কেতিয়াবা ধৰা দিব। অনুশোচনাত মনটো আকৌ এবাৰ সঙ্কুচিত হৈ পৰিল। কি আশাৰ বশবৰ্তী হৈ যে এটা কুৎসিত পথ অনুসৰণ কৰিলো কব নোৱাৰো। ভগৱানে ৰূপ যৌৱন দিলে, দিদিলে সংযমৰ মন্ত্ৰৰ দীক্ষা। যৌৱন উপভোগ কৰাৰ পদ্ধতি নিশিকালে। সৰ্ব্বগ্ৰাসী মন এটাই সময় উকলি যায় বুলি ভাবি অস্থিৰ হৈ পৰিল। ইয়েই হযতো প্ৰাক্তন। অথচ জিতেন্দ্ৰই এটা শুদ্ধ পথ বিনা দ্বিধাই বাচি লব পাৰিছে। এটা সুস্থিৰ মন, এখন উদাৰ আৰু নিৰ্ব্বিকাৰ অন্তৰ আৰু এখন মানবীয হৃদয় লৈ স্থিৰ জীৱন এইখন ঘৰ'ত যাপন কৰিছে। মানসিক অন্তৰ্দ্বন্দ্ব নাই। মোৰ ওপৰত কোনো সন্দেহ কৰি খেদি ফুৰা নাই। কোনোদিন দুঃখ পোৱাকৈ কোনো অসৎ মন্তব্য কৰা নাই। আদৰ স্নেহ কেৱল মুখেৰে প্ৰকাশ কৰিলেই কৰা নহয়। মানুহজনৰ বাহ্যিক প্ৰকাশ ভঙ্গি কম কিন্তু অন্তৰে অন্তৰে গভীৰভাবে সংবেদনশীল। মনে সজা কিছুমান কাল্পনিক দুশ্চিন্তাৰ আশ্ৰয় লৈ মানুহ-জনৰ প্ৰতি ঘোৰ অন্যায় কৰিলো। সেই অন্যায়বোৰ এতিয়া মোৰ আৰু লাহে লাহে মোৰ ভৱিষ্যত বংশধৰৰ ওপৰত প্ৰতিফলিত হব। বংশৰ ধাৰাক ভয়ানকভাবে অধঃপতিত কৰিলো। মই নিশ্চয় ক্ষমাৰ অযোগ্য।

অজ্ঞাতসাৰে মই থাপনাৰ ওচৰত আঠুলৈ ভগবানক প্ৰাৰ্থনা জনালো। নিজৰ মুক্তি কামনা কৰা নাই, ক্ষতিৰ প্ৰতিকাৰ বিচৰা নাই, পাপমগ্ন মনৰ কল্যাণ বিচৰা নাই। সৰ্ব্বান্তঃকৰণে পৰিয়ালৰ বাকীবোৰৰ কল্যাণ কামনা কৰিছোঁ। মোৰ পাপৰ কাৰণে যেন বাকীবোৰে যন্ত্ৰণাকাতৰ জীৱন যাপন কৰিবলগীয়া নহয়, তাৰ কাৰণে ভগৱানক প্ৰাৰ্থনা জনাইছোঁ।

সীমাহঁত আহি কেতিয়া জলপান খাই খেলিবলৈ আৰম্ভ কৰিছে মই ভালদৰে গমকে নাপালো। নিদাৰুণতাৰ কথা ভাবি মোৰ মাতৃমনটো কিছু অসংযত হৈ পৰিল। এটা কাতৰতা অনুভৱ কৰিলো। আটাইকেই জনীকে কাষলৈ মাতি আনি গলে মূৰে হাত বুলাই মৰম কৰি দিলো। সিহঁতকেইটা মোৰ বুকুৰ মাজত সোমাই কুকুৰাই উঠিল। ময়নাজনী কোলাত জাপ মাৰি উঠিল। ভন্টিয়ে মোৰ কপালৰ আগত ওলমি থকা চুলিখিনি ঠিক ঠাইত খুচি থলে। মোৰ প্ৰাণৰ হাহাকাৰ বিছু কমা যেন অনুভৱ কৰিলো। মনটো জুৰ পৰি যোৱা যেন লাগিল। বিকাৰবোৰ ক্ৰমে ক্ৰমে কমি আহিল আৰু এটা বিন্দু হৈ শেষ হ'ল।

এজনী এজনীকৈ ছোৱালীকেইজনী নানা কামত ব্যস্ত হৈ পৰিল। মোৰ পৰা লাহে লাহে আঁতৰি গ'ল। মনটো আকৌ সেমেকি উঠিল। জিতেন্দ্ৰৰ কথা মোৰ মনলৈ আকৌ আহিল। এজন সুন্দৰ পুৰুষক কাপুৰুষ হিচাবে ধৰি লৈ মই বাৰে বাৰে পাপত ডুবি গৈছো। শুদ্ধ শান্ত নিৰুদ্বেগ আৰু নীৰৱ কৰ্ম্মী এজনক পুৰুষত্ববিহীন হিচাবে কল্পনা কৰি মযেই কেবল নৰকগামী হোৱা নাই বাকীবোৰকো নৰকলৈ ঠেলি দিছো। আজি মোৰ গৰ্ভত যি ভ্ৰূণ ধাৰণ কৰিছোঁ সিয়ো হব অপিতৃনামা। তাৰ তেজৰ সোঁতত জিতেন্দ্ৰৰ দৰে শান্ত আৰু স্থিৰ সত্তা বিৰাজ নকৰিব পাৰে। সেই সন্তানে জিতেন্দ্ৰক পিতৃ হিচাবে গ্ৰহণ কৰিব অথচ জিতেন্দ্ৰৰ ক্ৰম'চমৰ প্ৰভাৱ তাৰ ওপৰত নপৰিব। জিতেন্দ্ৰই মুবুজাকৈ, একো নজনাকৈ পৰম আহ্লাদিত হৈ তাক তেওঁৰ সন্তান হিচাবে গ্ৰহণ কৰিব। মোৰ জীৱনকালচোৱাত সিঁহতৰ পিতৃপৰিচয়ৰ মই এজনী মৌন সাক্ষী। নানা মিছা কথাৰ বহন সানি পৃথিৱীৰ সকলো মানুহৰ আগত মই সিহঁতক জিতেন্দ্ৰৰ লগত তুলনা কৰিম। অথচ জিতেন্দ্ৰৰ লগত সিহঁতৰ কোনো

মিল থকাৰ প্ৰশ্ন উঠে। মোৰ এই মনে সজা তুলনা বহুতে বিশ্বাস কৰিব আৰু মোৰ প্ৰকৃতি যিসকলে জানে বা সন্দেহ কৰে সেইসকলে মোৰ অনুপস্থিতিত উপহাস কৰিব। খুব তুলুঙা মন্তব্য কৰিব। এই অসৎ পথে মোকেই কেৱল ধ্বংস নকৰিব, কৰিব কেইপাহমান নিষ্কলুষ ফুলকো। মই সিটি দিয়া বিষৰ কণিকাবোৰে মোৰ ভৱিষ্যৎ বংশধৰ সকলক তিলতিলকৈ বিষক্ৰিয়া কৰি যন্ত্ৰণাময় মৃত্যুৰ পথলৈ আগবঢ়াই দিব। সেই যন্ত্ৰণাকাতৰ মুখবোৰলৈ চাই, সিহঁতৰ অস্থিৰতালৈ চাই মই যন্ত্ৰণাত ছটফটাব লাগিব। মোৰ বহুত দেৰি হৈ গ'ল। মোৰ ভুলৰ আৰু কোনো শুধৰণী নাই। প্ৰতিকাৰৰ কোনো বিকল্প ব্যৱস্থা নাই। মোৰ মৃত্যুৱে হয়তো এটা পথ দেখুৱাব পাৰে। মোৰ মৃত্যু একমাত্ৰ পথ। মোৰ পৃথিৱীখন ভাল লাগিছিল। উপভোগ কৰাৰ এটা দুৰ্ব্বাৰ হেপাহ আছিল। মৰিবলৈ মোৰ ভীষণ ভয় লাগে। মই মৃত্যুক সহ্য কৰিব পাৰিম নে লাঞ্চনা ভোগ কৰি জীয়াই থাকিব পাৰিম, ভালকৈ বুজিব পৰা নাই।

জিতেন্দ্ৰই মোৰ কাৰণে কি কৰা নাছিল বা কি কৰিবলৈ ইচ্ছা নকৰিছিল। বিয়াহোৱাৰ দিনৰে পৰা জিতেন্দ্ৰই মোৰ মনৰ মাজত সোমাব খুজিছিল। জিতেন্দ্ৰই কেৱল মোৰ বাহ্যিক সৌন্দৰ্য্যকে প্ৰশংসা কৰা নাছিল, মোৰ হৃদয়ৰ মাজত সোমাব খুজিছিল। মোৰ সত্বাৰ প্ৰতি বিন্দু অৱলোকন কৰি সমবিন্দু হব খুজিছিল। অতি উদাৰ আৰু সুদৃঢ় বাহু আবেষ্টনীৰে মোক তেওঁৰ প্ৰাণৰ গভীৰতম স্থানত স্থাপিত কৰিবলৈ সৰ্ব্বান্তঃকৰণে যত্ন কৰিছিল। অকৃপণভাবে মৰম কৰিছিল। প্ৰকৃত প্ৰেম নিবেদন কৰিবলৈ যত্নৰ কোনো ক্ৰুটী কৰা নাছিল। বিনিময়ত মই কি কৰিলো। জিতেন্দ্ৰক মই কি দিলো। মই সংবন্ধুক প্ৰতাৰণা কৰিলো। সংপ্ৰেমিকৰ ভালপোৱা প্ৰত্যাখ্যান কৰিলো। প্ৰাণ বিনিময়ৰ এটা আচহুৱা প্ৰবঞ্চনা কৰি মানুহজনক নিৰ্ব্বাক নিস্পন্দন কৰি পেলালো। এই প্ৰতাৰণাৰ কি কোনো ক্ষমা আছে? নিষ্ঠুৰতাৰ আঘাত সহি সহি মানুহজন অনুক্ৰমে নিষ্প্ৰাণ আৰু নিৰুদ্বেগ হৈ পৰিল। স্বাভাবিভাবে মৃদু স্বভাৱৰ এজন সুন্দৰ পুৰুষক লাহে লাহে এটা স্পন্দনবিহীন নিৰ্জীৱ পুতলালৈকে ৰূপান্তৰ কৰিলো। মানুহজনে জীৱনৰ মোহ পাহৰিলে,

জীয়াই থকাৰ মায়া হেৰুৱালে। বন্ধন মুক্ত হবলৈ নিৰ্ব্বাক হাহাকাৰ কৰিলে। অথচ জিতেন্দ্ৰয়ো এদিন প্ৰাণোৱন্ত হৈ বাচি থকাৰ সপোন ৰচিছিল। স্বচ্ছল আৰু চঞ্চল হৈ আশাৰ ঢৌৱে ঢৌৱে ঢৌ খেলি জীয়াই থকাৰ ৰঙীন কল্পনা কৰিছিল। সেই ৰঙীন কল্পনাৰ আল্পনাৰ ওপৰত ময়ে কুঠাৰাঘাট কৰি মানুহজনক পঙ্গু কৰি পেলালো। বিয়াৰ পাছৰ ঘটনাবোৰ সপোনবোৰ, পৰিকল্পনাবোৰ আজি একে একে মোৰ সকলো মানসপটত উদ্ভাষিত হব ধৰিছে। মোৰ কোমল অথচ কুটীল ওষ্ঠাধাৰত জিতেন্দ্ৰই যেতিয়া প্ৰেমৰ চুম্বন আঁকি তেজৰঙা কৰি দিব খুজিছিল তেতিয়া মই তীব্ৰ বিৰোধিতা কৰি অশালীন ভাৱ আৰু ভাষা প্ৰযোগ কৰি নিৰ্ম্মল চিত্তৰ মানুহজনৰ কোমল হৃদয় ক্ষত বিক্ষত কৰিছিলো। কোনেও নেদেখা স্থানত জিতেন্দ্ৰই প্ৰেমৰ অমৰ স্বাক্ষৰ বহন কৰিব পৰাকৈ এটা দাগৰ সৃষ্টি কৰিব খুজিছিল। মই মিছা সতীৰ ভাওনা দিলো। নিৰ্ম্মল প্ৰাণত আঘাত কৰি মই কুহকিনী তৃপ্ত হলো। সেই সতীয়ে আজি বহন কৰিছোঁ কলঙ্কৰ মচিব নোৱাৰা এটি দাগ। জিতেন্দ্ৰই মোক সঙ্গশায়িনী কৰিব খোজা নাছিল, জিতেন্দ্ৰই মোক অৰ্দ্ধাঙ্গিনীও কৰিব খোজা নাছিল। মোক সহধৰ্মিনীৰূপে প্ৰতিষ্ঠা কৰিবলৈ অপ্ৰাণ চেষ্টা কৰিছিল। জিতেন্দ্ৰই বংশ পৰম্পৰাৰ এটা নিৰ্দ্ধাৰিত গতি বিচাৰিছিল। বিচাৰিছিল উন্নত পুৰুষৰ সৃষ্টি। তেওঁৰ ৰক্তবিন্দুক চলনা কৰিলো। চলনা কৰি অতৃপ্ত হৃদয়ক ব্যথাৰ নৰকত অধোগামী কৰিলো। পৃথিবীৰ মানুহে যেতিয়া জিতেন্দ্ৰক প্ৰশংসা কৰে তেতিয়া মই জিতেন্দ্ৰৰ প্ৰতি পুতৌৰ ভাব প্ৰকাশ কৰি আত্মতুষ্টি লাভ কৰো। দুটা ভিন্নমুখী বাটৰ সৃষ্টি ময়েই কৰিলো। মহাজ্ঞানী আৰু বিখ্যাত বিজ্ঞানী নিউটনৰ সূত্ৰ, বিজ্ঞানৰ গৰ্ব্ব কৰা ছাত্ৰীজনীয়ে প্ৰকৃত দৃষ্টিভঙ্গিৰে চাব নোৱাৰিলে। যাক মই সকলো ষৰযন্ত্ৰ কৰি দূৰলৈ ঠেলি দিছো, সি কেতিয়াও আপোনা আপুনি বা স্বতস্ফুৰ্তভাবে মোৰ কাষ চাপি আহিব নোৱাৰে। কলুষময়, দুৰ্নীতিগ্ৰস্ত অন্তৰ এখনৰ জ্বালা জিতেন্দ্ৰই প্ৰশমিত কৰিব নোৱাৰে। মোৰ প্ৰাণে আকৰ্ষণ নকৰিলে জিতেন্দ্ৰৰ প্ৰাণে অহেতুকভাবে টান অনুভৱ কৰিব নোৱাৰে। এইটো এটা সাধাৰণ নিয়ম। নিয়মৰ ব্যতিক্ৰম বিচৰাজনে নীতিৰ দ্বাৰা নিয়ন্ত্ৰিত নহয়।

মোৰ মনৰ নিষ্ক্ৰিয়তাই জিতেন্দ্ৰকো নিষ্ক্ৰিয় কৰি ঠেলি দিছে মোৰ মনৰ দিগন্তৰ শেষ সীমালৈ, আকৰ্ষণৰ আৱৰ্ত্তৰ বহুদূৰলৈ য'ত মিলনৰ কোনো সম্ভাবনা নাই। এই মিলনৰ মই আজি আগ্ৰহী। মই আজি অনুতপ্ত। মই ভুলৰ সংশোধন কৰিব খোজো , কিন্তু কি ত্যাগ কৰি। মোৰ কোনো ত্যাগৰ আদৰ্শ নাই।

এই মৌন বৰ্ম্মীজনে মোৰ চাৰিওফালে আবৰ্ত্ত ৰচনা কৰি ঘূৰি থকা দেখা পাওঁ। নানা ধৰণে নানা যত্ন কৰি মোৰ কায চাপিব খোজা মই লক্ষ্য কৰো। কাষ চাপিব যাতে নোৱাৰে তাৰ কাৰণে মই ব্যূহ ৰচনা কৰিবলৈ চেষ্টা কৰিছোঁ। তেওঁ মোক স্নেহ আৰু মৰমৰ দোল গুলোমাই দিব খোজে। দোলক মই প্ৰশ্ৰয় দিব খোজা নাই। তেওঁ প্ৰাণ বিনিময় কৰিব খোজাৰ ইঙ্গিত পাওঁ। মই কিন্তু তেওঁক প্ৰাণহীন বুলি গণ্য কৰো। তেওঁ মোৰ ৰক্ষা কবচ হব খোজে। মই সেই কবচৰ মাজত বন্দী হবলৈ ইচ্ছা নকৰো। মানুহজনক মই মানুহ হিচাবে স্বীকৃতি দিব খোজা নাই। নাই আৰু নোৱাৰি। যি ভুল মই বাৰে বাৰে কৰিলো সেই ভুলবোৰ আৰু কৰিব নোৱাৰি। মই সহজ হবলৈ যত্ন কৰিব লাগিব। মনে প্ৰাণে জিতেন্দ্ৰৰ প্ৰতি অনুৰক্তা আৰু অনুগামী হবলৈ যত্ন কৰিব লাগিব। মোৰ অহঙ্কাৰৰ বিলোপ সাধন কৰিব লাগিব। মোৰ কু আদৰ্শৰ চানেকীয়ে এই কন কন ফুলকলি কেইটাকো ধ্বংস কৰি পেলাব। নৰকৰ কীটে সিহঁতৰ সৰ্ব্বনাশ কৰিব। মোৰ অন্তৰত অনুতাপৰ ধ্বনি অনুৰণিত হওঁক। শোকাশ্ৰুৱেই মোৰ কলুষ অন্তৰ নিকা কৰক। স্বৰূপ বুজিবলৈ ভগৱানে মোক সৎসাহস আৰু শক্তি প্ৰদান কৰক। মোৰ ইচ্ছাকৃত ভুলবোৰক জিতেন্দ্ৰই ক্ষমা কৰক। মই প্ৰতিজ্ঞা কৰিছোঁ জিতেন্দ্ৰৰ অনুগামী হ'ম। মই উদাৰ হ'ম। মই তেওঁৰ প্ৰাণাধিকা পত্নী হ'ম। হবলৈ সকলো কৰিম।

মানুহজন এতিয়াও উভতি অহা নাই। লাহে লাহে ঘৰলৈ উভতি অহাৰ সময় পিছুৱাই গৈ আছে। দুটা কাৰণত এনে হব পাৰে। হয় কেন্দ্ৰত কামৰ ভিৰ বাঢ়িছে নাইবা ঘৰৰ প্ৰতি আকৰ্ষণ কমাবলৈ যত্ন কৰিছে। অকলশৰে এই মানুহজনে কিমান কাম কৰিব। কাম কৰি কৰি

মানুহজনৰ স্বাস্থ্য ভাঙি গৈছে। চুলিবোৰ বগা হ'বলৈ আৰম্ভ কৰিছে। বয়সৰ তুলনাত্ বাৰ্দ্ধক্যৰ চাপ বেছি। টপামুৰা হোৱাৰ ভয়তে বোধ হয় চুলিখিনি চুটিকৈ কাটিবলৈ লৈছে। আজিকালি চৌখিন মানুহবোৰে চুলি দীঘলকৈ ৰাখে। খুট কানৰ ভালেমান তললৈ আছে। জিতেন্দ্ৰৰ এই-বোৰত কোনো ৰুচি নাই। মই কৰাব পৰা নাই। মানুহজন অযত্ন পালিত হৈছে। নিজৰ সুখ সম্ভোগ বিচাৰি ফুৰোতে মানুহজনৰ প্ৰতি কোনো যত্নই লোৱা হোৱা নাই। স্বাস্থ্য হানি হলে বিপদ মোৰেই বাঢ়িব।

মোৰ খুব অস্থিৰ লাগি আছে। ইমান দেৰিলৈকে উভতি নহাৰ কি কাৰণ থাকিব পাৰে ভাবিব পৰা নাই। সবল মানুহজনৰ ওপৰত সকলোৱে অত্যাচাৰ আৰম্ভ কৰিছে। মানুহজনক কতো শান্তিত থাকিব দিয়া হোৱা নাই। ঘৰতো শান্তি নাই। গবেষণা কেন্দ্ৰৰ দায়িত্ব কেৱল এজন মানুহৰ ওপৰত জাপি দিয়া উচিত হোৱা নাই। মানবেন্দ্ৰ ইমান সময়লৈকে কেন্দ্ৰত নাথাকে। মানুহজনে ঘৰখনৰ প্ৰতি এটা আকৰ্ষণ অনুভব কৰে। এই আকৰ্ষণ কেৱল সন্তানৰ কাৰণে নহয়। প্ৰণীতা বুদ্ধিমতী নাৰী। মানবেন্দ্ৰৰ মন যোগাবলৈ কি কৰিব লাগে জানে। মই আকৰীয়ে যি আপোন তাক আপোন কৰিবলৈ নিশিকিলো। মানবেন্দ্ৰ আহিল নে নাই খবৰ কৰিব পাৰিলে জানিব পৰা গ'লহেঁতেন। কেতিয়াবা দুয়ো একেলগেই আহে। মানবেন্দ্ৰৰ ঘৰত কেতিয়াবা চাহজলপান খায়। মানবেন্দ্ৰই জিতেন্দ্ৰক শ্ৰদ্ধা কৰা যেন লাগে। এয়া শ্ৰদ্ধা নে কাম আদায় কৰাৰ এটা চলনা কোনে জানে?

অন্যদিনতকৈ মানুহজন আজি বেছি গহীন হৈ ঘৰ সোমাইছে। আনকাল উভতি আহিয়ে সীমাক মাত নিদিয়াকৈ, এবাৰ মৰম নকৰাকৈ কাপোৰ যোৰাকে নসলায়। সকলোখিনি সীমাই ঠিক কৰি দিয়া প্ৰায় এটা নিয়মৰ দৰে আছিল। আজি আকৌ ভঙ্গিকহে এবাৰ মাতিলে। এনেয়ে। সীমাৰ মনটো লক্ষ্য কৰি দেখিলো তাই বেজাৰ পাইছে। বাপেকৰ আলপৈচান ধৰাটো যেনিবা তাইৰহে একমাত্ৰ দায়িত্ব। আনে কৰিলে তাই মনত দুখ পায়। বাপেকৰ যত্ন যি কৰা হৈছে সেয়া

আঁচলতে সীমাই কৰাটো সঁচা। সচৰাচৰ নকৰা কাম এটা মই আজি কৰি পেলালো। চোফাত বহি থাকোতে জোতাযোৰ মই খুলি দিলো। জিতেন্দ্ৰই খুব সঙ্কোচ কৰা যেন লাগিল। কেৰহিকৈ চকুলৈ চালো। মোৰ অলপ লাজ লাগিল। বিয়াৰ প্ৰথম ৰাতিলৈ হঠাতে মনত পৰি গ'ল। অৱস্থাটো সহজভাবে লবলৈ বুলি সীমাজনীক কাষতে থকা খন্তেও চিএঞৰি মাতিলো। সীমাৰ লাজ লাগি ভগা যেন লাগিল। কোনো বাক্য বিনিময় নকৰাকৈ ততাতৈযাকৈ একাপ গাখীৰত এচামুচ হৰলিক্স মিহলি কৰি জিতেন্দ্ৰৰ হাতত তুলি দিলো। জিতেন্দ্ৰ সামান্য অপ্ৰস্তুত হোৱা মোৰ চকুত পৰিল। গাখীৰ কাপত সোহা মাৰি এটা দীঘল আৰু গধুৰ হুমুনিয়াহ এৰিলে। ই মোৰ হৃদয় স্পৰ্শ কৰিলে। মনত এটা মৃদু আলোড়নৰ সৃষ্টি কৰিলে। সঁচাকৈয়ে মানুহজনৰ কোনো যত্নই কৰা নহ'ল। পৰিবেশটো লাহে লাহে অলপ সহজ হৈ পৰা যেন লাগিল। ভন্টি আৰু মযনা গৈ কেতিয়া যে বিচনাত আশ্ৰয় লৈছে গমেই নাপালো। মযনাই এবাৰ মোৰ কাষে কাষে ঘূৰি ফুৰা দেখিছিলো। মোৰ কোনো সহাৰি নাপাই কেতিয়াবা শুই পৰিল।

সীমা হেনো ডাঙৰ হৈছে। অকলে থাকি ভাল পায়। চিন্তা কৰি চালো। এটা সময়ত মযো অকলশৰে থাকি ভাল পাইছিলো। পিছত লগ লৈ শুবলৈ ভাল পোৱা হলো। সীমায়ো হযতো পাব। কবনোৱাৰাকৈ মই জিতেন্দ্ৰৰ বিচনাখনত উঠি বহিলো। জীতেন্দ্ৰৰ ভৰিৰ ফালে থকা পালেঙৰ ৰেলিঙত আউজি ললো। নীলা ডিম লাইটৰ পোহৰত মানুহ-জনৰ মুখমণ্ডল এবাৰ পৰীক্ষা কৰি চালো। পুটীয়ে টেবুলৰ তলত বহি তীব্ৰ চকু দুটা মেলি মোৰ ফালে চাই থকা যেন দেখিলো। মোৰ আকৌ এবাৰ লাজ লাগি গ'ল। মনটো অলপ চঞ্চল হোৱা যেন লাগিল। মোৰ গাৰ চাদৰখনে সংযম হেৰুৱালে। মই কিছু উত্তাপ অনুভব কৰিলো। জীতেন্দ্ৰ নিৰ্ব্বিকাৰ। চিং হৈ শুই আছে। হাত দুখন মুৰৰ তলত থৈ কিবা যেন ভাব ৰাজ্যত প্ৰবেশ কৰিছে। মই আলফুলে জিতেন্দ্ৰৰ ভৰিৰ পতা দুখনক অলপ মৰম কৰি দিলো। কোনোদিন নোহোৱা এটা অৱস্থাৰ সম্মুখীন হৈ জিতেন্দ্ৰ অলপ বিচলিত হোৱা মই লক্ষ্য কৰিলো। এই

পৰিবেশ কোনোদিন যদি হৈছিলো মোৰ মনত নপৰে। কিছুসময়ৰ পাছত ভৰি দুখন মোৰ কোলাত তুলি ললো। জিতেন্দ্ৰৰ বিষয়ে মই কি ভবা উচিত একো মনত পৰা নাই। মই কোনো প্ৰশ্ন সুধি মানুহজনৰ শান্তি ভঙ্গ কৰাৰ ইচ্ছাও নকৰিলো। এইদৰে কেইটামান মুহূৰ্ত্ত অতিবাহিত হৈছে। অতীতৰ দুই এক সৰুবৰ ঘটনা মোৰ স্মৃতিপটত ঢৌ হৈ বাগৰি গৈছে। জিতেন্দ্ৰৰ ওচৰত কোনোদিন নোপোৱা এটা সিহঁৰণ মোৰ প্ৰাণত হিল্লোলিত হোৱা অনুভৱ কৰিলো। কব নোৱাৰাকৈয়ে মোৰ নয়নৰ অশ্ৰু নিগৰি পৰিল। উষ্ণ নয়নৰ নিৰ লাহে লাহে মোৰ দুগালেদি বৈ আহিল। সুকোমল অধৰ চুম্বন কৰি জিতেন্দ্ৰৰ ভৰিৰ ওপৰত পৰিল। জিতেন্দ্ৰ বিচলিত হ'ল। তেওঁ উঠি বহিল। বাক্যবিহীন এটা নিস্পলক দৃষ্টি মোৰ চকুত ৰাখি সাৰটি ধৰিলে। কিছুসময়ৰ কাৰণে মই প্ৰাণহীন অনুভৱ কৰিলো। মই জিতেন্দ্ৰৰ বুকুৰ মাজলৈ সোমাই গলো, নিবিৰ অতি নিবিৰভাবে। কিমান সময় অতিবাহিত হৈছে মই কব নোৱাৰো। এই মধুৰ আলিঙ্গনৰ স্বপ্নালু স্মৃতি দীৰ্ঘস্থায়ী হব বুলি কামনা কৰিলো। সময়ত মোৰ উত্তাপ বৃদ্ধি পালে। মই খুব সূক্ষ্ম অনুভৱ কৰিলো। এটা সূক্ষ্ম বিন্দু হৈ মোৰ আধান হেৰুৱালো। এটা অনন্য অনুভূতিৰ আৱৰ্ত্তৰ মাজত ভিন্ন গুণৰ সূক্ষ্ম বিন্দু দুটাই স্বকীয় আৱৰ্ত্ত হেৰুৱাই বিলীন হৈ গ'ল। এক স্বৰ্গীয় অনুভূতিৰ আমেজত মই আপ্লুত হৈ গলো। যি তাৰণাৰ বশবৰ্তী হৈ মই আজি আত্মদগ্ধ, সেই অনুভূতিৰ চৰম চৰিতাৰ্থ কৰিব পৰা উৎস মোৰ নিজঘৰত। শৰীৰৰ সমস্ত বিন্দুৰ সংলগ্ন শক্তিৰে যি জীৱন আলেক্ষ্য মোৰ ৰচনা কৰাৰ প্ৰয়োজন আছিল তাক মই কামনাৰ তাৰণাত অন্ধ হৈ বাৰে বাৰে ধ্বংস কৰিবলৈ যত্ন কৰিছিলো। মই পাপত লিপ্ত হলো। পাপৰ প্ৰায়শ্চিত্ত মোৰ অনিবাৰ্য। যিজন পুৰুষৰ ওচৰত মই কোনো তাপ অনুভৱ কৰা নাছিলো সেইজন পুৰুষে মোক শান্ত কৰিব পৰা কিমান শক্তি আছিল। উদগ্ৰ কামনাৰ জ্বালাত যিজনৰ শক্তিক মই উপেক্ষা কৰিছিলো, সেইজন পুৰুষে মোক নিস্তেজ কৰিব পৰা প্ৰচুৰ শক্তি আছিল।

এটা দীঘল ৰাতিৰ বেতিয়া যে অৱসান ঘটিল মই গমকে নাপালো।

সুনির্মল প্রভাতক আহ্বান জনোৱাৰ প্ৰাত্যহিক সৰ্ব্বাগ্ৰাধিকাৰৰ পৰা আজি বঞ্চিত হৈ গ'লো। ময়নাজনীয়ে প্ৰভাত কেতিয়াবাই উকলি যোৱাৰ সংবাদটো দিলে। ময়নাৰ কলকলনিয়ে মোৰ জড়তা দূৰ কৰিলে। ঘড়ীটোৰ ফালে চাই মোৰ আৰু এবাৰ লাজ লাগিল। অসংযত অৱস্থা এটাৰ কথা ভাবি আকৌ অলপ চঞ্চল হোৱা যেন লাগিল। সুদীৰ্ঘ ৰজনীৰ শীতল বুকুত কিমানবোৰ কাম হ'ল। অথচ জিতেন্দ্ৰই মোক কোনো প্ৰশ্ন নকৰিলে। ময়ো কৰিব নোৱাৰিলো। অভিমানখিনিৰ মূল্যাঙ্কন কৰিব নোৱাৰিলো। জিতেন্দ্ৰৰ অৱশ্যে অভিমান কৰাৰ কাৰণ আছে। জিতেন্দ্ৰৰ ওচৰত ক্ষমা চাই মোৰ কৃতকৰ্ম্মৰ বাবে পাপমুক্ত হব পাৰিম নেকি ভাবি চালো। ভাল চিন্তা কৰি যদি অশান্তিৰ জুই জ্বলাই লোৱা হয়। সেই জুয়ে যদি জীৱনৰ বাকী দিনবোৰ বহ্নিমান কৰি তোলে। জিতেন্দ্ৰই মোক অৱশ্যে ক্ষমা কৰিব পাৰিব। কিন্তু যিজনে মোৰ কলঙ্কিত জীৱনৰ বিষয়ে একো নাজানে সেইজনক মই আৰু নতুনকৈ জ্বলোৱা নহবনে? নাই তেওঁক আৰু জ্বলোৱা ঠিক নহব। সমস্ত যন্ত্ৰণা মযেই মূৰ পাতি লম। মোৰ মন আৰু অন্তৰ জ্বলি জ্বলি এটা সময়ত নিশ্চয় নিকা হোৱাৰ সম্ভাৱনা আছে। মই সেই সম্ভাৱনাক ৰূপ দিব পাৰিব লাগিব। এটা নিষ্পাপ প্ৰাণক ক্ষত বিক্ষত কৰাতকৈ মই নিজে বিক্ষত হোৱা উচিত। মোৰ প্ৰায়শ্চিত্তই জিতেন্দ্ৰৰ মনত সাহস জন্মাব। তেওঁ মোক নিজৰ, প্ৰাণৰ বুলি ভাবিব পৰাকৈ মই সকলো কৰিবলৈ প্ৰস্তুত হব লাগিব। অঙ্গাভৰণৰ অবিন্যস্ত অৱস্থাটো সাধাৰণভাবে ঠিক কৰি নামি আহিলো। আয়নাখনৰ ওচৰত এবাৰ থিয় হলো। মনৰ দাগ কৰবাত শাৰীৰিক দাগ হৈ থাকিল নেকি পৰ্য্যবেক্ষণ কৰি গালমুখ মোহাৰি বাথৰুমত সোমালো।

সীমাজনী চিন্তাশীল। ঘৰখনৰ প্ৰতিটো প্ৰাণীৰ কাৰণে, প্ৰতিটো কথাৰ বাবে তাইৰ এটা চকুত পৰা চিন্তা সৰ্ব্বক্ষণ থাকে। যোৱা নিশাৰে পৰা তাই আৰু সুস্থিৰ হৈছে। যিবোৰ কাম মই কৰি আহিছো, সেইবোৰৰ কিছুমান দায়িত্ব তাই লব খোজে। অথচ তাইৰ জগৰ লবাবোৰ কেচুৱা হৈ আছে। তাই আন দহজনী ছোৱালীতকৈ অস্বাভাবিকভাবে গহীন আৰু সংযত। প্ৰতিটো কামত্ৰে শুচিন্তিত

পদক্ষেপ। অসংযত মনবোৰ অধ্যয়ন কৰি তাই কিজানি সংযত হবলৈ চেষ্টা কৰিছে। অনিয়ন্ত্ৰিত কাৰ্যবোৰ দেখি বোধ হয় তাই নিয়ন্ত্ৰিত হোৱাৰ প্ৰয়াস পাইছে। অস্বাভাৱিক ক্ৰিয়াকণ্ডবোৰে তাইক সতৰ্ক হবলৈ কিজানি নিৰ্দ্দেশ কৰে। অকৰ্ত্তব্য কৰি কৰি মৰ্য়ো বহন কৰিব লাগিব কৰ্ত্তব্যসচেতন প্ৰহৰীৰ দায়িত্ব। আৰু দুই বা তিনিবছৰৰ ভিতৰত এই দায়িত্ব আৰু গধূৰ হব।

জিতেন্দ্ৰ কেন্দ্ৰলৈ যাবলৈ ওলাল। সীমা আৰু ভণ্টিও ওলাইছে। অলপ পাছতে ঘৰখন ৰিঙা ৰিঙা হৈ পৰিব। সেই বাতাবৰণে মোৰ মনৰ মাজত অশালীন ভাবচিন্তাবোৰক সৰল কৰি তুলিব। সেই চিন্তা আৰু কৰিব নোৱাৰি। সীমাই মোৰ গাৰ ওপৰত এটা ভেজা দি, মোৰ নাকত তাইৰ নাকটো ঘঁহি দি স্কুললৈ গ'ল। ভণ্টিয়ে "মা গলো" বুলি এটা ডাঙৰ উকি মাৰি যোৱাৰ অভ্যাস। তাইৰ চিঞৰত পাৰা প্ৰতিবেশীয়ে জানে যে স্কুললৈ যোৱাৰ সময় হৈছে। পাৰাৰ ল'ৰা ছোৱালীবোৰৰ কাৰণে তাই সময়ৰ এটা সঙ্কেটস্বৰূপ। দুই একে আকৌ তাইক সুধিহে সময়টো নিৰ্দ্ধাৰণ কৰে। ঘৰত থকা ঘড়ীটোতকৈ ভণ্টিয়ে কোৱা সময় বেছি সঠিক। সেইমতেই কিছুদিন ধৰি চলি আহিছে। ইহঁত দুটা যোৱাৰ পাছত জিতেন্দ্ৰ যাবলৈ বুলি সাজু হৈছে। কালিৰে পৰা মানুহজনৰ লগত বিশেষ কথা বতৰা তেনেকৈ হোৱাই নাই। ছোৱালীকেইজনীৰ মাধ্যমেৰে দুই এবাৰ অৱশ্যে খোৱা লোৱা সম্পৰ্কে কথা হৈছে। এই সময়কনত ময়নাই মাধ্যম। তাই বাপেকৰ চুৱেটাৰটোত খামুচি ধৰি কিবা এটা অনাৰ কথা কৈছে। বাপেকেও কিবা এটা কৈছে। ময়নাক আনিম বুলি তেওঁৰ কায পালো। চকুলৈ চাবলৈ মোৰ কিবা সঙ্কোচ হোৱা যেন লাগিল। ঘৰুৱা অভাব অভিযোগৰ খতিয়ান লৈ ব্যস্ত থকা হেতুকে পৃথিবীৰ কোনো কামতে মানুহজনৰ সহায় কৰা নহ'ল। সামান্য কথা কিছুমানকে বৃহদাকাৰ কৰি মানুহজনক থকাসৰকা কৰিলো। মোৰ স্বাৰ্থ-পৰতাৰ কাৰণে মানুহজনৰ পৃথিবীৰ প্ৰতি, সংসাৰৰ প্ৰতি আকৰ্ষণ কমিল। এটা প্ৰাণময় পৰিস্থিতি ৰচনা কৰিবলৈ ভয় কৰা হ'ল। জিতেন্দ্ৰৰ কাৰ্য-দক্ষতাক মই শ্ৰদ্ধাৰ চকুৰে চাবলৈ শিকা নাই। এবাৰো শোধা নাই

তেওঁৰ কৃতিত্বৰ বিষয়ে। শুধিলে জিতেন্দ্ৰই নিশ্চয় ভাল পালেহেঁতেন। মানবেন্দ্ৰৰ জৰীয়তে প্ৰণীতাই জানে, কিন্তু মই অজ্ঞান অন্ধকাৰত। মোক বোধহয় এই কৃতিত্বৰ আনন্দত আগ্ৰহী নহয় বুলি বিবেচনা কৰে। এই সময়ত শুধি মানুহজনক বিব্ৰত নকৰো। সোনকালে উভতি আহিবলৈ অনুৰোধ কৰাই ভাল হ'ব। আবেলি এটা পৰিবেশ ৰচনা কৰি আতিগুৰি শুধি লব পাৰিম। কিজানিবা মোৰ প্ৰেৰণাই মানুহজনক আৰু কাৰ্যদক্ষ কৰিব পাৰেই। মোৰ চকু দুটা তিৰবিৰাই উঠিল। ময়নাক টানি আনিম বুলি জিতেন্দ্ৰৰ সৈতে মুখামুখি হৈ থিয় হলো। দুয়ো দুইকো এখন্তেক চালো। চকুৰে চকুৰে কিবা প্ৰশ্ন শুধিলো। এপাহি মেল নোখোৱা ৰক্তকৰবীৰ দৰে মৃদু হাঁহি এটিৰে উত্তৰ দিলো। জিতেন্দ্ৰ গ'ল। মোৰ চকু দুটা সেমেকি উঠিল।

সাজপাৰত মানুহজনৰ কোনো নিজা ৰুচি নাই। যিহকে হাতত পৰে তাকে অঙ্গাভৰণ কৰা দেখি আহিছো। সাজপাৰে যে মানুহৰ ব্যক্তিত্বৰ ওপৰত প্ৰভাব বিস্তাৰ কৰিব পাৰে সেই কথা জিতেন্দ্ৰই চিন্তা নকৰে যেন লাগে। মানবেন্দ্ৰৰ সাজপাৰৰ এটা বিশেষ ৰুচি আছে। সাজপাৰে মানুহজনক অধিক স্মাৰ্ট কৰিছে। সাজপাৰৰ পাৰিপাট্য আৰু সময়োপ-যোগী হোৱাৰ বিষয়ে মই যে সকীয়াই দিয়া নাছিলো তেনে নহয় কিন্তু জিতেন্দ্ৰই গুৰুত্ব আৰোপ কৰা নাই। আচলতে মানুজন কিছু কৃপনো। জৰ্দা মিহলি পান খোৱা এটা প্ৰাচীন অভ্যাস। বাকী সকলো খৰছতে তেওঁক সিমান উদাৰ দেখা নাই। ইয়াৰ কাৰণে মানুহজনক দায়ী কৰিব নোৱাৰি। যি ধৰণে জীৱনটো আৰম্ভ কৰিছে সেই ধাৰাৰ প্ৰভাব তেওঁৰ ওপৰত পৰিবই। তাৰোপৰি হিচাবী মানুহে ভৱিষ্যতৰ কথা আগতীয়াকৈ চিন্তা কৰে। এজনী এজনীকৈ তিনিজনী ছোৱালী উলিয়াই দিব লাগিব। আমাৰ বৃদ্ধাৱস্থা আৰু লগতে ছোৱালী কেইজনীৰ ভৱিষ্যতৰ সামূহিক দায়িত্বৰ কথা মই যি ধৰণে চিন্তা কৰিব লাগিছিলু সেই ধৰণে কৰা হোৱা নাই। এই বিষয়ত মইহে বেচি সচেতন হোৱাৰ প্ৰয়োজন আছিল। ত্যাগ কৰোতে কৰোতে মানুহজনৰ যৌৱন কালটো উকলি যোৱাৰ উপক্ৰম হৈছে। মানুহজনৰ যৌৱন অটুত ৰখাৰ মোৰ এটা দায়িত্ব আছে।

মানুহজন যিমানে সবল আৰু সতেজ থাকে সিমানে পৰিয়ালৰ মঙ্গল। মানুহজনক এতিয়াও কিছু চট ফটীয়া কৰিবলৈ যত্ন কৰিব লাগিব। সজাই পৰাই ললে মানুহজন তজবজীযা হোৱাৰ চেহেৰা আছে। নতুন ডিজাইনৰ দুটা ছার্ট পেণ্ট কৰাই দিম। চেণ্ডেলযোৰো আওপুৰণি হ'ল। আজিকালি 'হাই হীল'ৰ দিন। পেণ্টৰ তলিবোৰ যথেষ্ট পৰিমাণে বহল হৈছে। হওক। এইটো এটা সময়ৰ পৰিবৰ্ত্তন। সময়ৰ পৰিবৰ্ত্তনৰ লগে লগে মানুহে মনবোৰবো সংস্কাৰ কৰি লোৱা প্ৰয়োজন। ওখ গেৰোৱাৰ জোতা, বহল তলিৰ পেণ্ট আৰু ৰঙীন ছার্ট পিন্ধিলে মানুহজন শুৱনি হৈ পৰিব। এইখিনি অৱশ্যে মই যোগাৰ কৰি দিব লাগিব। খট দুটাও কিছু নমাই লব লাগিব। অবিনাশ হঁতে ঠিক এই ধৰণে সলাই লৈছে। তুলনাৰ খাতিৰতে কেইটামান নামে মোৰ মনৰ মাজত ভুমুকি মাৰিলে। মাহটো প্ৰায় শেষ হৈ আহিল। আটাইখিনি একেলগে কৰা টান হ'ব। একেলগে কৰাও ঠিক নহব। কাৰণ মানুহৰ চকুত পৰি যাব পাৰে। বহাগ বিহুৰ আগে আগে কৰাই দিম। মোৰ ৰঙা শাৰীখনৰ লগত মেচ কৰাকৈ কৰিব লাগিব। ডিজাইন কেইটামান চাই লব লাগিব। লাহে লাহে মোৰো ৰঙা শাৰী পিন্ধাৰ বয়স নাথাকিব। সীমাহঁত ডাঙৰ হৈ আহিল। সিহঁতে আজিও মোক সজাবলৈ ভাল পায়। যি কেইটা দিন পোৱা যায় তাকে জিতেন্দ্ৰৰ একান্ত অনুবৰ্ত্তী হৈ কটাব লাগিব। এইটো কেৱল নৈতিক দায়িত্বই নহয়। পুৰুষৰ মন তিৰোতাই ভৰাই ৰাখিব নোৱাৰিলে তেওঁলোক বিপথগামী হোৱাৰ ভয় থাকে আৰু কৰ্ম্মত প্ৰেৰণা নাপায়। কৰ্ম্মপ্ৰেৰণাৰ মূল উৎস নাৰী হোৱা উচিত।

বাবাৰ প্ৰসাদখিনি নিয়মমতে গ্ৰহণ কৰিছোঁ। স্ফটিক মণিৰ তেজৰঙা ৰঙে মোৰ শাৰীৰিক ৰঙক হয়তো উজ্জ্বল কৰিছে কিন্তু মনৰ ৰং মলীন কৰিছে। অহৰ্নিশে এটা বিৰাট অন্তৰ্দ্বন্দ্বই মোৰ মন সাগৰত আলোড়নৰ সৃষ্টি কৰিছে। মোৰ মনৰ দিগন্তক কুঁৱলীৰ আবৰণে ধূসৰময় কৰিছে। বনৌষধিৰ দ্ৰব্যসমূহে মোৰ শৰীৰৰ স্নায়বিক শক্তিৰ দুৰ্ব্বলতা হয়তো হ্ৰাস কৰিছে কিন্তু যি মোৰ পৰম আৰাধ্য তাৰ ওপৰত বা কি ক্ৰিয়া কৰিছে মই নাজানো। যি বাসনাৰ বশৱৰ্ত্তী হৈ মই নীতিবিগৰ্হিত কৰ্ম্মৰ পথ

বাটি লগো সেই কৰ্ম্মৰ শব্দৰূপ মোৰ কামনাৰ পৰিপন্থী। দুৰ্নীতিগ্ৰস্ত পথ অনুসৰণ কৰি সৎগুণবোৰক হীনগুণ সম্পন্ন কৰিলো আৰু প্ৰবঞ্চনা কৰিলো নিজকে। এই পথে হয়তো ৰচনা কৰি ৰাখিছে মোৰ আওমৰণৰ কঠিন মৃত্যুযন্ত্ৰণা। জীৱনটো এটা প্ৰহেলিকাত পৰিণত হ'ল। সুখ, সমৃদ্ধি, প্ৰতিষ্ঠা আৰু খ্যাতি বিচাৰি কেৱল অখ্যাতই হোৱা নাই, লগে লগে বহন কৰিছোঁ অস্থিৰতা। জনজীৱনৰ মাজত মোৰ জীৱনৰ সুৰ বেসুৰা হৈ পৰিল। হেজাৰ কৌটি মানৱৰ মাজত মই আজি সত্বাবিহীন এক জড় মাংসপিণ্ড। মই বিচৰা পৃথিৱীখনত মোৰ কোন স্বকীয় স্থান নাই, মোৰ কোনো চিন নাই, মোৰ কোনো ভবিষ্যতো নাই। পৰম্পৰাবিহীন প্ৰাণী-বোৰৰ দৰেময়ো এটা নিকৃষ্টতম প্ৰাণীদেহ মাথোন।

দিনবোৰ ক্ৰমে দীঘল হৈছে। মোৰ কাৰণে এই দিনবোৰ আৰু দীঘল যেন লাগিছে। দুঃখৰ দিন সদায় দীঘলীয়া হয়। শেষ হব নোখোজে। যি ভুল মই কৰিলো তাৰ কোনো শুধৰণীও নাই। অসৎবৃত্তি চৰিতাৰ্থ কৰিবলৈ গৈ মানসিকভাবে অন্তৰ্দ্বন্দ্বত ভুগিছো। হলেও সম্প্ৰতি মোৰ ধৈৰ্য্যই পৰম সম্বল। ভগৱানক মাতিছো যেন প্ৰায়শ্চিত্ত কৰিব পৰাকৈ মোৰ এইবাৰৰ ফল আকাঙ্খিত ফল হয়। যদি নহয় মোৰ আত্মহত্যা কৰাৰ বাহিৰে অন্য কোনো পথ নাই। বিজ্ঞানে বহুত কৰিলে বুলি গৰ্ব্ব কৰাৰ কোনো কাৰণ নাই। মোৰ নিচিনা মানসিক বিকাৰগ্ৰস্ত নাৰীবোৰক যি বিজ্ঞানে মুক্তিৰ পথ দেখুৱাব পৰা নাই সেই বিজ্ঞানৰ ওপৰত মোৰ কোনো শ্ৰদ্ধা নাই। ভবিষ্যৎবাণীৰ কথা কোৱাই নাই, এজনী মাতৃৰ গৰ্ভস্থ সন্তানৰ লিঙ্গ ভূমিষ্ঠ হোৱাৰ আগতে কব নোৱাৰে। বিজ্ঞানীৰ কাৰণে আচলতে এইটো এটা চৰম অপমানৰ কথা। বিজ্ঞানে মানব কল্যাণৰ কাৰণে নানা আবিষ্কাৰ কৰিছে সঁচা কিন্তু সহস্ৰ নাৰীৰ করুণ ক্ৰন্দনৰ ধ্বনিক কোনো বিজ্ঞানীয়ে সস্নেহে লব পৰা নাই। বিজ্ঞানীৰ চিন্তা আৰু পৰীক্ষা অসম্পূৰ্ণ হৈছে। বিজ্ঞানীসকলক মই পুতৌৰ চকুৰে চাবলৈ বাধ্য হৈছো। দূৰ সুদূৰত এটা দিনৰ আগমণি হব যিদিনা কোনো মাতৃয়ে তেওঁৰ গৰ্ভজাত সন্তানৰ লিঙ্গৰ ওপৰত কোনো বিশেষ গুৰুত্ব আৰোপ নকৰিব আৰু কৰাৰ কোনো প্ৰয়োজনো নাথাকিব।

তেতিয়া এজন বিজ্ঞানীৰ সৃষ্টি হব আৰু সেই স্বনামধন্য বিজ্ঞানীয়ে আবিষ্কাৰ কৰিব এটা পদ্ধতি যাৰ সহায়ত মাতৃকুলে বাচি লব পাৰিব তেওঁৰ মনে বিচৰা সন্তানক। মোৰ গৰ্ভত যি হৰম'ন স্বয়ংক্ৰিয়ভাবে সৃষ্টি হব লাগে সি নহয। দৈহিক গঠনৰ এটা অপূৰ্ণাঙ্গ অৱস্থা। এই অৱস্থাৰ সম্মনি মনোবলেৰে কৰা টান। বনৌষধিয়ে কৰিব নোৱাৰিব তাকো মই কব নোৱাৰো। বনৌষধিৰ প্ৰয়োগ আৰু ব্ৰতৰ যি কঠিন পদ্ধতি সেয়া সকলো মাতৃয়ে কৰাৰ পৰিবেশো অনুকূল নাথাকে। তেনেক্ষেত্ৰত চিকিৎসা বিজ্ঞানে এটা বিশেষ ভূমিকা গ্ৰহণ কৰিব পাৰিব লাগিছিল। হযতো এদিন উপস্থিত হব। চিকিৎসাবিজ্ঞানে প্ৰয়োজনীয় হৰম'ন সংশ্লেষণ কৰি মাতৃগৰ্ভৰ অপ্ৰয়োজনীয় বিজুতিবোৰৰ বিনাশ সাধন কৰিব পাৰিব। ভবিষ্যতে হয়তো বহুত কিবা কিবিযে অবিষ্কৃত হব, কিন্তু মোৰ কি লাভ হ'ব। মোৰ ভবিষ্যত কি? মোৰ পিছত আহিব ধৰা হেজাৰ মাতৃয়ে এই সুবিধা গ্ৰহণ কৰিব পাৰিব। মই কেৱল বঞ্চিত হলো। এটা আশা বা দুৰাশা বুকুত বান্ধি জীযাই থাকিব লাগিব। ভগৱান সদয় হলে মোৰ কাতৰ কৌতুহল এদিন হযতো বাস্তৱত ৰূপ লব।

বাবাই মোক বেইটামান ব্ৰতৰ কথা বাৰে বাৰে কৈছিল। ব্ৰতবোৰ পালন কৰাত কোনো ত্ৰুটি কৰা নাই। কৰবাত যদি কিবা ত্ৰুটি হৈছেও মই নাজানো। বিজ্ঞানে যেতিয়া মোক কোনো প্ৰকাৰে সহায় কৰিব পৰা নাই ব্ৰতেই মোৰ একমাত্ৰ অৱলম্বন। দৰৱখিনি শেষ হ'বলৈ সময় লাগিব। ফাগুন চ'ত মাহত তুলসীৰ পাত সৰি প্ৰায় নাইকিয়া হয। বেলৰ পাতৰো প্ৰায় একে অৱস্থা। চোতালৰ আগৰ তুলসীজোপাত নিযমমতে পানী দি থকা কাৰণে নমৰাকৈ আছে। কোমল কুঁহিপাত ওলাইছে। বেলজোপাৰ গুৰিতো ঠিকমতে পানী দিয়া হৈছে। গুৰুৰ আদেশ পালন কৰি আছো। যাক গুৰুৰূপে বৰণ কৰা হৈছে তেওঁৰ পৰামৰ্শ পালন নকৰিলে ব্ৰতভঙ্গ হ'ব। ব্ৰতৰ শেষত যদি মোৰ কাম্যফল লাভ নহয় তেতিয়াও বাবা মোৰ গুৰুস্থানত থাকিবনে? অবিনাশহঁত কাপুৰুষ। সিহঁত আটায়ে মোক প্ৰৱঞ্চনা কৰিছে। সিহঁতৰ প্ৰতি মোৰ লাহে লাহে ঘৃণাৰ ভাব উদয় হৈছে। মোৰ দুৰ্ব্বলতা আৰু কোমলতাৰ সুযোগ গ্ৰহণ কৰি সিহঁতে মোক

আজি ইহঁতিয়াতৰ পাত্ৰ কৰিছে। সিহঁতৰ প্ৰতি মোৰ আজি ক্ৰোধ উপজিছে। সিহঁতক মই আজি অভিশাপ দিছো। যি জুয়ে মোক পুৰি পুৰি এঙ্গাৰ সদৃশ কৰিলে সিহঁতো সেই জুইতে ভষ্মিভূত হব। সিহঁতক মই এদিন জনসমাজত নাঙঠ কৰি এৰি দি প্ৰতিশোধ লম। ইহঁত কেইজনে মোক চলনা কৰিয়েই এৰা নাই। মোক এই পিশাচকেইজনে গণিকাৰ স্তৰলৈ অৱনমিত কৰি ৰং চালে। মোক সমাজৰ কটু আলোচনাৰ বিষয় কৰি এৰি দিলে। প্ৰতিশোধ লব নোৱাৰিলে ইহঁতে বা আৰু কিমানৰ সৰ্ব্বনাশ কৰে। প্ৰতিজনৰে বৈবাহিক জীৱনত মই বিষক্ৰিয়াৰ সৃষ্টি কৰিম। বিষৰ যন্ত্ৰণাত ইহঁতৰ মন আৰু শৰীৰে কুৎসিত আকাৰ ধাৰণ কৰি পঙ্গু হৈ যাব। সিহঁতক ভালকৈয়ে বুজাই দিব লাগিব প্ৰতাৰণাৰ চলনাৰ প্ৰতিফল কিমান সৰ্ব্বনাশী হ'ব পাৰে।

সম্প্ৰতি মই ব্ৰতাচাৰিনী। এই সময়কন মই কঠোৰ সংযমেৰে যাপন কৰিব লাগিব। মনটোক অস্থিৰ কৰিব নোৱাৰি। মোৰ মনৰ গতিয়ে শৰীৰৰ অনুকোষ আৰু স্নায়ুৰ ওপৰত ক্ৰিয়া কৰিব। ইয়াৰ ক্ৰিয়াই মোৰ গৰ্ভত ধাৰণ কৰা ভ্ৰুণৰ ওপৰতো প্ৰভাব পেলাব। মই এতিয়া সাত্বিক গুণৰ অধিকাৰিনী হব লাগিব। ষড়ৰিপুৰ প্ৰভাবৰ বহিৰ্গত হৈ থাকিব লাগিব। যাক মই সমস্ত শক্তি প্ৰযোগ কৰি আহ্বান কৰিছোঁ, যাৰ জৰীয়তে মই পৃথিৱীত এটা স্থানৰ অধিকাৰ সাব্যস্ত কৰিব খোজো তাক মই পাপসমুদ্ৰত অৱগাহন কৰি লাভ কৰিব খুজিলেও, মোৰ পৰম পুণ্যৰ মহান আশ্ৰয় হিচাবেই পাব বিচাৰিছো। নাৰায়ণৰ এটা অংশবিশেষ হৈ পৃথিৱীৰ বুকুলৈ নামি আহক এয়ে মোৰ কামনা।

জীৱন যিমানে দুখ কষ্ট দুৰ্ব্বহ অধ্যুসিত নহওঁক কিয়, সময়ৰ সোঁতে সোঁতে সিও ক্ৰমে আগবাঢ়ে। যন্ত্ৰণাৰ জ্বালা বাৰে বাৰে বহণ কৰিব লগীয়া হলে জ্বালাৰ তীব্ৰতা কিছু কমে। সহি সহি যন্ত্ৰণাক এটা অপৰি-হাৰ্য্য অঙ্গ হিচাবে ধৰি লোৱা হয়। জ্বালা কম যেন লগা হয়। মোৰো সেয়ে হৈছে। সময় এমাহ দুমাহকৈ আগবাঢ়ি গৈ আছে। মোৰ লগে লগে যন্ত্ৰণাও সহযাত্ৰী হৈছে। যন্ত্ৰণাৰ মাজে দিয়েই এটা ভবিষ্যতৰ চিন্তাই মাজে মাজে ভুমুকিয়াই গৈছে। কেতিয়াবা নানা দুখৰ মাজতে এটা

সুখচিন্তাই মনটো কিছু পাতল কৰিছে। তাৰ মাজে দিয়েই হিচাব নিকাচ কৰি বাচি থকাৰ এটা সূত্ৰ উদ্ভাৱন কৰিছোঁ। কি অদ্ভুত এই মানব চৰিত্ৰ। কেতিয়াবা ভাবি থাকোতে হাঁহি উঠি যাব খোজে। অথচ হাঁহিব পৰা আনন্দ কৰিব পৰা মোৰ কোনো পৰিবেশো নাই, সম্বলো নাই। এই কেইমাহত মোৰ যেনেকৈ কিছু মানসিক আৰু শাৰীৰিক পৰিবৰ্ত্তন সংঘটিত হৈছে পৃথিৱীখনৰো হৈছে। পৰিবৰ্ত্তনবোৰ দেখি পৃথিৱীখনৰ প্ৰতি এটা নতুন আৰু অচিনাকী মায়াই মনত খোপনি পুতিছে। মৃতপ্ৰায়, পাতফুল নথকা গছবোৰত নতুন সেউজীয়া পাতৰ জন্ম হৈছে, বং বিৰঙৰ ফুল ফুলিছে। সৰুবৰ কত প্ৰাণীৰ প্ৰাণত আশাৰ সঞ্চাৰ কৰিছে। মোৰ পদূলিমুখৰ তগৰ, খৰিকাজাইত নতুন সুকোমল ফুলবোৰে আনন্দত আত্মহাৰা হৈছে। কতক হাত বাউল দি মাতিছে। চোতালৰ আগত ডালিমজোপাত ৰক্তময় ফুলবোৰে ষোড়শী যুবতীৰ গালমুখৰ তেজৰ ৰং বৃদ্ধি কৰিছে। মোৰো মনৰ ৰংটো তেজৰঙা কৰিব খোজে। চাই চাই মোৰ ভাল লাগি যাব খোজে। ইমান ৰঙা ৰং, ইমান উজ্জ্বল। এই কেইমাহত পাৰযুৱিয়ে তিনিবাৰ পোৱালী দিছে। ছাগলী পোৱালী কেইটাও যথেষ্ট বাঢ়িছে। সীমাহতো তেনেহলে বাঢ়িছে। মোৰ কিন্তু ইহঁতৰ বৃদ্ধি খুব চকুত নপৰে। মোৰ লগত আটাইবোৰকে এবাৰ বিজাব পাৰি নেকি চিন্তা কৰি চালো।

আচলতে সকলো জীৱৰে একেই প্ৰকৃতি। বীজ ৰোপণ কৰিলে অঙ্কুৰিত হৈ ক্ৰমে বাঢ়ে। বৰ্দ্ধনৰ গতি অৱশ্যে ভিন ভিন। সেয়া সম্পূৰ্ণ স্বাভাৱিক। লতা জাতীয় গছবোৰৰ বৃদ্ধি ক্ষিপ্ৰতৰ। বাঢ়ি বাঢ়ি আৰু বাঢ়িব নোৱাৰা হয়। মৃত্যুও সোণকালে হয়। বটবৃক্ষৰ বৃদ্ধি প্ৰথম অৱস্থাত যি পৰিমাণে হয় আৰু যি ধৰণে হয় পাৰণত বয়সত নহয়। পূৰ্ণতাপ্ৰাপ্ত হবলৈ বহুত দিন লাগে। মৃত্যু হবলৈ আৰু বেচি। উদ্ভিদ আৰু প্ৰাণী-জগতৰ মাজত বহুত মিল আছে। মিলাই লব পাৰিলে পাৰ্থক্যবোৰৰ ব্যৱধান কমি যায়। দ্বন্দ্বও কমে।

তেজৰঙা ডালিমৰ ফুলবোৰ এটা সময়ত সৰি প্ৰায় নাইকিয়া হয়। কলিতে বহুত ডালিম সৰি পৰিল। সৰি পৰা কুঁহিবোৰ অবয়সতে

মৰিল। পূৰ্ণতাপ্ৰাপ্ত হলে সিহঁতৰ বুকুত স্ফটিকমণিৰ দৰে ৰঙা গুটিবোৰৰ আনন্দৰ পাযাভৰ হলহেঁতন। সিহঁতে উপভোগ কৰিব নোৱাৰিলে। মনটো মোৰ হঠাৎ সজাহ হৈ গ'ল। মোৰো উপভোগ কৰা নহলনেকি? যৌৱনটো মোৰ বৰ ক্ষন্তেকীয়া হ'লনেকি? যৌৱনৰ ৰংবোৰ মোৰ গাত বোধ হয় নালাগিলেই। অতিক্ৰান্ত দিনবোৰ আৰু ঘূৰাই পাবতো নোৱাৰি। পোবাৰ কোনো সম্ভাৱনাই নাই। উপভোগ্য এই পৃথিৱীখন অকাৰ্যকৰী পৰিকল্পনাই ভোগ কৰাৰ সুবিধা নিদিলে। অতিবাহিত হোৱা কালচোৱালৈ মই আকৌ উভতি চাব লগা হৈছে। ব ৰবাত এটা বিৰাট ভুল হৈ গৈছে। ভুলটো মোৰ আজিও ভালকৈ ধৰা পৰা নাই। সেই কাৰণেই ভাৰাক্ৰান্ত মনটো শ্ৰান্ত আৰু ক্লান্ত হৈ পৰে। এটা অস্থিৰতাই মোত বিৰাজ কৰে। বুজাৰ ভুলৰ কাৰণে বা নুবুজাৰ কাৰণে জীৱনটো পৰিতাপময় অনুভৱ কৰো। জীৱনৰ বোজা কঢ়িয়াবলৈ ভাগৰ লাগে। জীৱনটো এটা ত্ৰুমুনিযাহৰ খনি হৈ পৰে।

কিয় জানো মোক এটা দুৰ্ব্বলতাই পীড়া কৰে। জিতেন্দ্ৰক মই সৰ্ব্বক্ষণ কাষতে বিচাৰো। যিমানে মই ওচৰ চপাব খোজো সিমানেই যেন জিতেন্দ্ৰ মোৰ পৰা আতৰি গৈ আছে। এই কেইমাহৰ ভিতৰত কেইবা-বাৰো কলিকতালৈ গৈছে। লগত মানবেন্দ্ৰও গৈছে। পৰীক্ষাৰ কিছুমান সমস্যা যন্ত্ৰপাতিৰ অভাৱত ইযাত সমাধান কৰা হেনো সম্ভৱ নহয়। অতি শীতলিকৃত কৰাৰ কাৰণে হেনো কোনো ব্যৱস্থা নাই। 'চুপাৰকুলড্ ষ্টেট'ৰ বোলে বিশেষ প্ৰয়োজন। কি বা বুজাব খোজে কব নোৱাৰো। ডিপ ফ্ৰীজৰ নাম শুনিছো। কি কামত প্ৰয়োগ কৰে কিন্তু নাজানো। কিন্তু পৰীক্ষাটো কিহৰ ওপৰত? মোক এতিয়ালৈকে পৰীক্ষা সম্বন্ধে প্ৰায় একোৱে জনোৱা নাই। কোৱাত হয়তো অসুবিধা আছে। তিৰোতা মানুহক বিশ্বাস কৰিবলৈ ভয় কৰে। কিজানিবা কৰবাত আগতে প্ৰকাশ পায়। সময়মতে যদি পৰীক্ষাৰ ফল নোলায় লাজ পাব লাগিব পাৰে। যি পৰীক্ষাই নকৰক, কৃতকাৰ্য হোৱাৰ কাৰণে ভগৱানক প্ৰাৰ্থনা জনাইছো। জিতেন্দ্ৰৰ কৃতকাৰ্যতা মানে মোৰেই গৰ্ব্ব। জিতেন্দ্ৰৰ বুদ্ধিমত্তাক মই খুব এটা গুৰুত্ব দিয়া নাছিলো। জিতেন্দ্ৰইয়ো মৌলিক সত্য আবিষ্কাৰৰ

আগ্ৰহী আৰু কৰিব পৰা ক্ষমতা আছে ভবাই নাছিলো। জিতেন্দ্ৰয়ো হয়তো সংঘাট অনুভব কৰে। হয়তো গোটেই ঘটনাটো এটা চক্ৰান্তও হব পাৰে। সংঘাটৰ সন্মুখীন হলে মানুহে বহুত কিবাকিবি কৰিব পাৰে। কিজানিবা মানবেন্দ্ৰৰ তত্বাবধানত মোৰ ওপৰত এটা 'চাইক'লজিকেল এক্সপেৰিমেণ্ট' কৰি আছে। মানবেন্দ্ৰ আৰু জিতেন্দ্ৰই মোক কিজানি এজনী বিপথগামী নাৰী হিচাবে গণ্য কৰিছে আৰু মোক শুদ্ধ পথত প্ৰবৰ্ত্তিত কৰিবৰ কাৰণে জিতেন্দ্ৰক এটা উচ্চ স্থানত স্থাপিত কৰিছে। এইখন পৃথিৱীত একো অসম্ভৱ নহয। মানুহক খুব সোনকালে চিনি পোৱা সহজ নহয। যিমানে চিনিবলৈ বুজিবলৈ চেষ্টা কৰিছোঁ সিমানে আতৰি গৈছে। জিতেন্দ্ৰৰ গৱেষণাৰ ফল যদি মানব কল্যাণৰ কাৰণে হয় মই আনন্দই পাব লাগে। কিন্তু এই গৱেষকসকলে ঘৰতে থকা এজনী বেমাৰীৰ মনৰ বেদনা উপশম কৰিবলৈ চেষ্টা নকৰিলে কিয। জিতেন্দ্ৰইঁতে মোৰ মানসিক অৱস্থাটো অধ্যযন কৰিবলৈ যত্ন নকৰিলে। মোৰ ওপৰত বিশ্বাস স্থাপন কৰিব নোৱাৰাটো জিতেন্দ্ৰৰ এটা দুৰ্ব্বলতা। গৱেষণাৰ সামান্য আভাস মোক দিব পাৰিলাহঁতেন আৰু প্ৰয়োজনীয় গোপনতা মই ৰক্ষা কৰিব পাৰো নে নোৱাৰো এবাৰ পৰীক্ষা কৰি চাব পাৰিলেহেঁতেন। মোৰ প্ৰতি অলপমান আগ্ৰহ পোৱা দেখিলে মই শান্তি পালোহেঁতেন।

এটা সময়ত মোৰ ওচৰত মৌবস বিচাৰি এটা হিংস্ৰ ভোমোৰাৰ দলে জাক পাতি ফুৰিছিল। সৌৰস পান কৰি যে মোক বিযাক্ত কাইটেৰে ক্ষত বিক্ষত কৰিব সেই কথা যৌৱনৰ মাদকতাত উপলব্ধি কৰিব নোৱাৰিলো। আঘাতকৈ উপভোগৰ সামগ্ৰী হিচাবে গ্ৰহণ কৰি আজি তাৰ পৰিণাম ভোগ কৰিছোঁ। ৰস পান কৰি কৰি নীৰস কৰি দিয়া ফুলৰ ওচৰলৈ অলিকুল আৰু নাহে। অন্যফুল বিচাৰিছে। মানুহ কিমান স্বাৰ্থান্বেষী। মোৰ মনৰ অৱস্থাৰ বুজ-লবলৈ কাকো আজি মই কাষত পোৱা নাই। মনটো মোৰ হতাশাত ডুবি গ'ল। জিতেন্দ্ৰ এতিয়া মোৰ একমাত্ৰ অৱলম্বন। অথচ জিতেন্দ্ৰয়ো মোৰ প্ৰতি কোনো আকৰ্ষণ অনুভৱ কৰা মোৰ চকুত নপৰে। ভগৱানে মোক লৈ চাবুৰী খেলে।

## ছয়

এদিন দুদিনকৈ দিনবোৰ ক্ৰমে আতৰি গৈছে। মোৰ বয়স বাঢ়িছে। মৃত্যুৰ পিনে মই আগবাঢ়ি গৈ আছো। দিন বাগৰি মাহ পূৰ্ণ হৈছে। মাহ বাগৰি বছৰ হব। বছৰৰ বৃদ্ধি মানে মোৰ আয়ুসৰ ভড়াল কমি অহা। মোৰ জীৱনৰ সোনালী দিন নিমিলিল। প্ৰণীতাহঁতৰ দিনবোৰ ৰূপালী হৈ সোনালী হৈছে। সোনালীদিনবোৰে সিহঁতৰ জীৱনবোৰ উজ্জ্বল কৰিছে। এবেলগে জীৱন আৰম্ভ কৰিছিলো। আদিচোৱা মোৰ ৰঙীন যেন লাগিছিল। প্ৰণীতাতকৈ বেছি ৰঙীন যেন অনুভৱ হৈছিল। মনত এটা গৰ্ব্বই স্থান লৈছিল। ভগৱানে বোধহয ভাৰসাম্য ৰক্ষা কৰিছে। সুখ দুখৰ এটা মিশ্ৰ জীৱন। প্ৰণীতাই আগচোৱা আৰু পিচৰ চোৱা সহজভাবে লৈছে। মই সহজভাবে লব পৰা নাই। ব্যতিক্ৰমে মোক ব্যস্ত কৰিছে। মই বিচৰাবোৰ প্ৰণীতাই নিবিচৰাকৈয়ে পাইছে আৰু প্ৰণীতাই নিবিচৰাবোৰ মোৰ প্ৰাপ্যৰূপে পৰিগণিত হৈছে। মই কি কাৰণে অসুখী তাকো বুজিবলৈ কষ্ট হৈছে। কিন্তু মই যে সুখী হব পৰা নাই সেযা সত্য। মনৰ চঞ্চলতা কমা নাই। পোৱাবোৰ মোৰ আজি ভাল নলগা হৈছে। মই শান্তি বিচাৰো কিন্তু পোৱা নাই। মই সুস্থিৰ হব খোজো কিন্তু পৰা নাই। জীৱনৰ প্ৰতিটো দিন এইদৰে অতিবাহিত কৰা মোৰ কাৰণে সহজ হোৱা নাই। মই পাগল হৈ যাব খোজো। পাগল হলে মোৰ ভয়ানক ক্ষতি হব, কিন্তু এই ক্ষতিৰ কাৰণে মই দাযী নহয়। মোৰ স্বভাৱ বা গুণৰাশি যদি সাত্বিক হোৱা নাই তাৰ কাৰণে মই দায়ী নহয়। গান্ধাৰীৰ কথা, কুন্তীৰ কথা মোৰ মনত পৰে। কিন্তু শান্তনা লব পৰা নাই। পাৰিম নে নাই নাই তাকো কব নোৱাৰো।

জিতেন্দ্ৰৰ লগত মোৰ বুজাবুজি হোৱাৰ প্ৰয়োজন আছে। তেওঁ প্ৰকৃততে কি ভাবে। কি কামত ইমান ব্ৰতী যে ঘৰখনৰ প্ৰাণীবোৰৰ কথা ভাবিবলৈ কোনো সময় নোহোৱা হৈছে। চাকৰী কেৱল জিতেন্দ্ৰইহে কৰিছে নে? মানবেন্দ্ৰৰ সংসাৰত কোনো আউল লগা নাই। পুত্ৰ পৰিবাৰ লৈ মহা আনন্দত দিন গৈছে। মানবেন্দ্ৰ সেইখন সংসাৰৰ

প্ৰাণকেন্দ্ৰ হৈ আছে। ঘৰে বাহিৰে তেওঁৰ এটা ভূমিকা আছে। ঘৰখনতে যে কেৱল আৱদ্ধ হৈ আছে সিও নহয়। চাকৰীত পদোন্নতি হোৱাৰ পথ মুকলি কৰি লৈছে, সমাজত প্ৰতিষ্ঠা লাভ কৰিছে আৰু নিজৰ সংসাৰত সুখ ৰচনা কৰিছে। বয়সে গাত দাগ কাটিব পৰা নাই। মানবেন্দ্ৰৰ লগত জিতেন্দ্ৰক এটা বিশ্বাসী ভৃত্যৰ দৰে লাগে। মানুহজনে আত্মসন্মান বোধ নকৰে। আত্মসন্মান ব্যক্তিত্বৰ সহাযত অৰ্জন কৰিব লাগে। কেৱল সৎ আৰু নিৰ্জু হলেই জীৱনৰ সকলো নহয়। মানবেন্দ্ৰ আত্মসন্মানৰ ক্ষেত্ৰত সদা সচেতন। মানবেন্দ্ৰই গাড়ীত চৰে আৰু সেই গাড়ীত জিতেন্দ্ৰই প্ৰায়েই উঠি ফুৰে। মোৰ খুব লাজ লাগে। জিতেন্দ্ৰই কি কাৰণে এখন গাড়ী কিনিব নোৱাৰে? ইচ্ছা কৰিলে নোৱাৰাৰ কি কাৰণ থাকিব পাৰে? বেঙ্কবোৰ মৰি যোৱা নাই নহয়। আৰু যদি নোৱাৰে বুলিয়েই ভাবে, খোজকাটি নুফুৰে কিয়? মানবেন্দ্ৰৰ কথাত উঠ বহ কৰাটো মোৰ কাৰণে অপমানসূচক। এই মানুহজনে মোক চিৰদিন জ্বলাই আহিছে। আৰু বা কিমানদিন জ্বলাব তাক নেদেখাজনেহে জানে। মই অৱস্থাটোৰ এটা পৰিবৰ্ত্তন বিচাৰো। এই ঘৰখনৰ কাৰণে জিতেন্দ্ৰৰ ৰৰঙনী কি তাক স্পষ্টকৈ শুধিব খোজো। তেওঁৰ ভবিষ্যৎ পৰিকল্পনাৰ বিষয়ে মই জানিব খোজো। ইমান নিৰ্ব্বিকাৰ যদি হয়, বিযাত সোমোৱাৰ আগতে এশবাৰ চিন্তা কৰা উচিত আছিল। মোৰ ওঁপৰত এই নিৰ্ব্বাক অত্যাচাৰ ভাল নালাগে। ঘৰখনত কোনো এটা পৰিবেশ নাইকিযা হ'ল। গোটেই দিনটো মযো ঘূৰি ফুৰিব পাৰো। চাকৰী এটা মোকো যোগাৰ কৰি দিব কৈছিলো। ঘৰখনৰ আৰ্থিক সংকট কমিলহেঁতেন। নোৱাৰিলে কাকো এৰাৰ কব। লাজ লাগে হেনো। চাকৰী নকৰাকৈয়ে হেনো চলে। চলে ঠিক, কিন্তু কেনেকৈ চলে? সমাজত এটা ষ্টাণ্ডাৰ্ড বজাই ৰাখি চলিব নোৱাৰিলে সি কিহৰ চলা? কুলী, মালী, কেৰানী, মাষ্টৰ আদিৰ দৰে বাচি থকাৰ কিবা মানে আছেনে? ঘৰখনৰ প্ৰতি সামান্য নজৰ দিবলৈ মই কতবাৰ কলো। কৈ কৈ ভাগৰি পৰিলো। সীমাৰ মাত বৰ মিঠা। গানৰ মাষ্টৰ এজন ৰাখি দিব কৈছিলো। এই বিষয়ে মোৰ সিদ্ধান্তই হেনো সাব্যস্ত হব। তেওঁ কি বুজাবলৈ চেষ্টা কৰিছে। আকাৰাঙ্গৰে গানৰ

মাষ্টৰ ৰাখিবলৈ বাধা কৰিছে। ছোৱালীজনী [illegible] অনুশোচনা কৰিব। মানবেন্দ্ৰৰ ল'ৰাকেইটাই গানবাজনা নিয়মমতে শিক্ষা কৰি আছে। গান আৰু তবলা শিকিবলৈ বেলেগ বেলেগ শিক্ষক নিয়োগ কৰিছে। পাঠ্যক্ৰমৰ কাৰণে সুকীয়া ঘৰুৱা শিক্ষক ৰাখিছে। সময়ত, প্ৰতিযোগিতাৰ ক্ষেত্ৰত মোৰ ছোৱালী কেইজনীয়ে মানবেন্দ্ৰৰ লৰাৰ লগত আকৌ হাৰি যাব। ভাবি ভাবি দেহমন আমঠুকলীয়া কৰিলো। কিন্তু বাটৰ সন্ধান নিমিলিল।

প্ৰকৃতিৰ দৰ্শনত মনটো আকৌ মগ্ন হৈ গ'ল। ৰছৰটো আগবঢ়াৰ লগে লগে গছপাতবোৰৰ এখন পোহাৰ বহিছে। নাহৰ জাপা এওঁৰ নিজহাতে বোৱা। নাহৰৰ পাতবোৰে মূলগছজোপাক প্ৰায় ঢাকি পেলাইছে। কোমল ৰঙাপাতবোৰে গছজোপাৰ আনন্দ প্ৰকাশ কৰিছে। ফুলৰ কলি দুই এটা মেল খাইছে। অন্তৰৰ প্ৰকাশ বহিৰ্মুখী হৈছে। মোৰ শৰীৰতো কিছুমান পৰিবৰ্ত্তন লক্ষনীয় হৈ উঠিছে। গাৰ ছাল মিহি আৰু স্নিগ্ধ হৈছে। গালে মুখে তেজৰ কণিকাবোৰে পিৰপিৰণি তুলিছে। নিতম্বদেশ মাংসল হৈছে। পয়োধৰ যুগল সুগঠিত হৈছে। সীতাহৰণ কাব্যত পৰিবেশন কৰা সীতাৰ ৰূপৰ বৰ্ণনাৰ লগত নিজকে এবাৰ মিলাই চাবলৈ মন গ'ল। বহুতখিনি মিলে। সীতাৰ ৰূপৰ যিখিনি তুলনা কৰা হোৱা নাই সেইখিনি মোৰ ক্ষেত্ৰত অতুলনীয় যেন লাগে। অৱশ্যে কবিয়ে সীতাৰ সমস্ত ৰূপ বৰ্ণনা কৰিবলৈ বোধহয় ভাষাই বিচাৰি নেপালে। গুপ্ত অঙ্গৰ বিস্তৃত বিৱৰণ ডাঙি ধৰিলে বোধহয় কাব্য অশালীন হোৱাৰ ভয় থাকে। বাকীখিনি ৰূপ চিন্তা কৰি ল'ব লাগে। মনক চিন্তা কৰিবলৈ এটা সীমাত এৰি দিব লাগে। যৌনিক ক্ৰিয়াৰ বিস্তৃত বিৱৰণেৰে হয়তো কিতাপ প্ৰণয়ন কৰিব পাৰি। যাক চিন্তা কৰিব পাৰি তাক লিপিবদ্ধ কৰি উপভোগ কৰাত বাধা আৰোপ কৰাটো এটা দুৰ্ব্বলতা। উপযুক্ত যৌনিক শিক্ষাৰ জ্ঞান থাকিলে কাব্যৰসে মানুহৰ মন আৰু সাবলীল কৰিব পৰাৰ স্থল থকা যেন লাগে।

মোৰ শৰীৰৰ মধ্যাঞ্চল যে সামান্যভাৱে স্ফীত তাক অনুমান কৰিব পৰা হৈছে। ছোৱালী কেইজনী হোৱাৰ সময়ত মোৰ শৰীৰ আৰু মনৰ

কথাবোৰ মনত পেলাবলৈ যত্ন কৰিলো। চাৰি পাঁচ মাহমানলৈকে মই একো গমকে পোৱা নাছিলো। কেৱল স্বাস্থ্য বেয়া হৈছিল। খাবলৈ ব'বলৈ ৰুচি নাছিল। সদায় এটা অৱশভাৱ গাত লাগি আছিল। মনটো গধুৰ লাগিছিল। হাঁহিবলৈ, কথা পাতিবলৈ ভাল নলগা হৈছিল। সাধাৰণ কথাতে খং উঠিছিল। সকলো কথা আৰু কামতে মানুহে ভুল কৰা যেন লাগিছিল। আগৰ কেইবাৰৰ তুলনাত মই এইবাৰ ভালেমান পাৰ্থক্য দেখা পাওঁ। শৰীৰ আৰু মনে এইবাৰ এটা পৰিবৰ্ত্তনৰ ইংগিত কৰে যেন লাগে। আগৰ তুলনাত মোৰ খঙৰ পৰিমাণ কমা যেন লাগে। স্বাস্থ্যও ভালে আছে। মনটো যথেষ্ট পাতল লাগে। আগৰ কেইবাৰ মোৰ জিতেন্দ্ৰৰ ছাটো দেখিলেই মগজটো গৰম হৈ গৈছিল। হকে বিহকে মানুহজনক বাক্যাঘাট কৰাটো নিয়ম হৈ পৰিছিল। অপ্ৰাসঙ্গিক কথাৰ আঁহ টানি মানুহজনক যে কিমান থকা সৰকা নকৰিলো। এইবাৰ মনৰ অৱস্থা মোৰ বহুখিনি সহজ হৈছে। গাত বল পাওঁ। কাম কৰাৰ আগ্ৰহ আছে। ৰমলাৰ মাককে আদি কৰি অনেকেই হেনো মোৰ পৰিবৰ্ত্তনসমূহ লক্ষ্য কৰিছে। মোৰ আশা পূৰণ হওঁক। পৰিবৰ্ত্তন মযো বিচাৰিছোঁ। কথাবতৰাত বাবাৰ প্ৰসঙ্গও উত্থাপিত হয়। বাবাৰ কথা যে মোৰ মনলৈ নাহে তেনে নহয়। বাবাৰ প্ৰসঙ্গই কিন্তু মোক সঙ্কুচিত কৰে। কানো-বাই কিবা দুষ্ট ইঙ্গিত দিয়ে বুলি ভয় লাগে। কথা বতৰা আৰু ইঙ্গিত মই সন্তৰ্পণে লক্ষ্য কৰো। ঘৰলৈ অহা মানুহৰ কথাবতৰাৰ ধাৰা মই লক্ষ্য কৰো। লগতে সীমাকো লক্ষ্য কৰো। তাইৰ মনৰ অৱস্থাৰ বুজ লবলৈ যত্ন কৰো। এই কেইমাহত মই কোনো নতুন আৰু আচহুৱা পৰিস্থিতিৰ সন্মুখীন হোৱা নাই। সীমাইও প্ৰায় স্বাভাৱিক হৈ গৈছে। মনলৈ এটা সাহস উভতি আহিছে। এটা সময়ত আৰু কিছুমান মুখ হয়তো প্ৰগল্‌ভ হব। হলেও হব। পৰিস্থিতিৰ মুখামুখী হব নোৱাৰিলে জীয়াই থাকিম কেনেকৈ। মানুহৰ দয়াত মই বাচি থাকিবলৈ বিচৰা নাই। মানুহৰ কথাত গুৰুত্ব দিয়াৰো বিশেষ প্ৰয়োজন নাই।

মই ভবামতেই যদি এইবাৰ গাইজনীয়ে পোৱালী দিয়াতকৈ কিছু দেৰী কৰে ভাল হয়। তাইক ভালদৰে যত্ন কৰিব লাগিব। মোৰ আকৌ

সাঁজে সময়ে গাখীৰ নোহোৱা হয়। মোৰ গাখীৰ নথকাকিশে কেচুৱাটোৱে খুব কষ্ট পাব। টিনৰ গাখীৰ খুৱালে বোলে লিভাৰ বেয়া হয়। হবও পাৰে। সীমান্তকৈ একে কাৰণতে ভন্টিৰ স্বাস্থ্য বহুত ভাল। ছাগলী-জনীয়ো ভেতিয়ামানে পোৱালী দিব। ছাগলীজনী বিশেষ জাতৰ। পোৱালীবোৰ বাৰে বাৰে মতা হয়। ছাগলী পোৱালীবোৰ ইমান দুষ্ট। সিহঁতৰ কাৰণে কেতিয়াবা ভয়ানক লাজ লাগে। সিহঁতৰ কাণ্ডকাৰখানা দেখিলে পৰিয়ালৰ মানুহবোৰ কেতিয়াবা একেলগে থকা টান হৈ পৰে। সিহঁতৰ পাশৱিক বৃত্তি।

আজি কেইদিনমানৰ পৰা লক্ষ্য কৰিছোঁ মোৰ ভৰিৰ গেৰোৱা দুটাত কিছুমান সৰু সৰু ফাট মেলিছে। পতাত্বখনৰ মসৃণতা কমিছে। মানবেন্দ্ৰৰ মতে মোৰ কেলচিয়াম ডেফিচিয়েঞ্চি আছে। কিবা এটা ইনজেকচন দিছে। মানবেন্দ্ৰই নিজেই দিছিল। আনে দিলে কষ্ট পাম বুলিয়ে হেনো নিজেই দিছিল। আচৰিত কথা মই কোনো কষ্ট পোৱা যেন নালাগিল। নিতম্বৰ ওপৰ ভাগত বেজিটো দিয়াৰ সময়ত অলপ লাজ লাগিছিল। মন্তব্য শুনি আৰু বেছি। মুখৰ ফালে মৰমলগাকৈ চাই মৰা হাঁহিটো বৰ ভাল লাগিছিল। প্ৰণীতাৰ লগত বোধহয় মোৰ সাধাৰণ-ভাবে এটা তুলনা কৰিছিল। নকৰিবও পাৰে। ডাক্তৰ মানুহৰ সৌন্দৰ্য্য উপাসনা বৰ এটা চকুত নপৰে। ডাক্তৰৰ সৌন্দৰ্য্যৰ ৰুচিও সাধাৰণ মানুহতকৈ কিছু বেলেগ। গাৰ ৰং বা মুখৰ আকৃতিৰ ওপৰত বিশেষ বিশেষত্ব আৰোপ কৰা চকুত পৰা নাই। ডাক্তৰৰ মতে হেনো মানুহৰ সৌন্দৰ্য্য সকলোৰে একে। মাথো গাৰ ছালখনৰ নহয়। ছালখন গুচাই ললে সকলো মানুহ হেনো দেখিবলৈ প্ৰায় একে ধৰণৰ হব। কি অদ্ভুত কল্পনা। এয়া কেৱল মানবেন্দ্ৰৰ কথা নে আন ডাক্তৰবো কব নোৱাৰো। মানবেন্দ্ৰৰ মতে মানুহ হেনো দিনতকৈ ৰাতি বেছি ধুৱনী হয় আৰু ৰাতিৰ আন্ধাৰত আৰু বেছি। কথাটো চিন্তনীয় অৰ্থাৎ কিবা এটা দিশৰ ইঙ্গিত কৰা যেন লাগে। গাৰ ছালৰ যত্ন লবলৈ মানবেন্দ্ৰই পৰামৰ্শ দিছে। গ্লীচাৰিন এবটল দি গৈছে। তাকে স্থান বিশেষে লগাব কৈছে। মানুহ-জন কি যে অসভ্য। স্থানবিশেষে বুলি যে কলে। কেলচিয়াম টেবলেট,

এসোপা পঠিয়াই দিছে। লগতে খোৱাৰ পদ্ধতিৰ বাবে ধুনীয়াকৈ লিখা এটুকুৰা কাগজ। শেষত লিখিছে 'মাছ'। দৰৱবোৰে কাম দিছে। ভৰিৰ ফটাবোৰ নাইকিয়া হৈছে। গাৰ ছাল আৰু মিহি হৈছে। যিখিনি কাম জিতেন্দ্ৰই কৰিব লাগিছিল সেইখিনিৰ যত্ন ললে মানবেন্দ্ৰই। মানবেন্দ্ৰৰ বোধহয় মোৰ প্ৰতি যথেষ্ট স্নেহ আছে। প্ৰাণৰ কোনোবাখিনিত বোধহয় এটা দুৰ্ব্বলতা অনুভৱ কৰে। তেওঁৰ দুৰ্ব্বলতাই মোক কেনেবাকৈ আকৰ্ষণ কৰে। স্নেহ কেৱল মোকেই কৰে নে আন কাৰবাকো কৰে মই আকৰীয়ে বুজি নাপাওঁ। সহজ সৰল ছোৱালীজনীক সকলোৱে কিজানি স্নেহ আৰু কৰুণাৰ পাত্ৰ কৰিয়ে লৈছে। মোক প্ৰাণ ওপোচাই মৰম কৰিব লাগিছিল জিতেন্দ্ৰই। মৰমৰ স্নিগ্ধ কোমল ব্যস্তনীৰে জিতেন্দ্ৰই মোক সজাৰ পখীৰ দৰে ৰাখিব পাৰিব লাগিছিল। নোৱাৰিলে। যিয়ে কৰিব খোজে সি আপোন হৰ নিবিচাৰে। মোক ভোগৰ সামগ্ৰী হিচাবে লব খোজে। কোনে জানে মানবেন্দ্ৰৰ তেনে কোনো দুৰ্ভাবনা নাই। মোক পৰীক্ষা কৰাৰ কাৰণে কিজানি মানবেন্দ্ৰ আৰু জিতেন্দ্ৰই এটা চক্ৰান্তই কৰিছে। মই কিজানি তেওঁলোকৰ পৰীক্ষাৰ এটা স্পেচিমেনেই। কিজানি মোক 'চাইক'লজিকেল' এক ৰোগী হিচাবেই ধৰি লৈছে।

উৎকণ্ঠাৰ দিনবোৰ দীঘল দীঘল লাগে। বৈ বৈ গৈ থকাৰ দৰে লাগে। এটা ডায়েৰী ৰাখি মানসিক আৰু শাৰীৰিক পৰিবৰ্ত্তনবোৰ লিখি যাব লাগিব। কেইবা মাহৰ পাছত চিন্তা আৰু তাৰ গতিৰ পৰিবৰ্ত্তনসমূহৰ ৰৈখিক চিত্ৰ আঁকিব পৰা হব। ইয়াৰ পৰা কিছুমান মূল্যবান তথ্য সংগৃহীত হৈ যাব। ফলৰ কাৰণে আৰু অস্থিৰ হৈ লাভ নাই। যি হবৰ সি হৈ গ'ল। তাক সলনি কৰাৰ সাধ্য ব্ৰহ্মাৰো নাই। এতিয়া মোৰ মন আৰু চিত্ত সংযম কৰি ৰখাৰ সময়। মোৰ চিন্তাৰ প্ৰভাৱ গৰ্ভস্থ সন্তানৰ ওপৰত পৰিব। বাবাৰ উপদেশবোৰ যথেষ্ট মূল্যবান। এই উপদেশ আৰু অৱশ্য পালনীয় কামবোৰ অতি নিষ্ঠা সহকাৰে কৰিব লাগিব। দুশ্চিন্তাৰ প্ৰভাৱে শিশুটোৰ ওপৰত অবাঞ্চিত ক্ৰিয়া কৰিব পাৰে। মই ব্ৰতৰ কঠোৰ সাধিকা। মনত মই সাহস গোটাব লাগিব। এইবাৰ হস্পিটেলৰ নৰক যন্ত্ৰণা ভোগ কৰিবলৈ মই যাব খোজা নাই।

মানবেন্দ্রক লাজমান কাটি বাৰি কৰ লাগিব, মোৰ যেন ব্যৱস্থাটো খৰতে কৰি দিয়ে। নাৰ্চিং হোমত বহুত খৰছ। খৰছৰ নাম শুনিলে জিতেন্দ্রৰ আকৌ মুখ গৰম হৈ যাব খোজে। যতবোৰ নাৰকীয় কাম সেই-বোৰ পৰিছে নাৰীৰ ওপৰত। পুৰুষবোৰে যদি এই অৱস্থা প্ৰাপ্ত হলহেঁতেন তেতিয়া বুজি পালোহেঁতেন তেওঁলোকৰ ধৈৰ্য্যৰ সীমা।

শিশুটোৰ কাৰণে কিছুমান প্ৰয়োজনীয় বস্তু গোটাই থব লাগিব। সময়ত নহলে খেলি মেলি লাগি যায়। এটা সৰিয়হৰ গাৰু সময়মতে যোগাৰ কৰিব নোৱাৰা কাৰণে সীমাৰ মূৰৰ গঢ়টো সিমান ধুনীয়া নহল। মোৰ অপৈনত অভিজ্ঞতাৰ কাৰণেই আৰু ভালেমান অসুবিধাৰ সৃষ্টি হৈছিল। ৰমলাৰ মাকে বহুত কথা জানে। পৰামৰ্শবোৰ তেখেতৰপৰাই লব লাগিব। ৰমলাৰ কাৰণেও নিশ্চয় প্ৰস্তুতি কৰি আছে। ভালেমান কাপোৰ লাগে। পুৰণি কাপোৰ বগাকৈ ধুই থব লাগিব। নতুন কাপোৰৰ আঁহবোৰ মিহি নহয় কাৰণে গাৰ কোমল ছালৰ ওপৰত দাগ পৰে। এইবোৰ নিজে পৰিষ্কাৰকৈ ধুই নেফ্‌থেলিন দি ৰাখিব লাগিব। ধোবাক দিব নোৱাৰি। কাপোৰবোৰ মাৰ সানি খৰখৰীয়া কৰি পেলায়। কেচুৱা নালাগে মোৰেই গাৰ ছাল চিঙিব খোজে। ফেনিল স্নিগ্ধ কপাহৰ বাণ্ডিল এটাও লাগিব। গাখীৰ খুৱাবলৈ টীনৰ বাতি গিলাচ আৰু চামুচ দু'যোৰকৈ কৰিব লাগিব। এ'যোৰ পৰিষ্কাৰ হয় মানে আনযোৰ বেডি থাকিব লাগে। মন ভাল নথকাৰ কাৰণে ময়নাৰ বেলিকা এইবোৰৰ ব্যৱস্থা কৰা নহল। সীমাৰ সময়বোৰ ইহঁতে খেলি খেলি নষ্ট কৰিলে। মোৰ শোৱা কোঠাৰ খিড়িকী আৰু দৰ্জাকেইখনত আয়ৰণৰ মিহি নেট্‌ কিনি লগাবলৈ জিতেন্দ্রক কৈছো। নেটৰ দৰ্জা খিড়িকীৰ মাজেৰে ম'হ আৰু মাখি সোমাই উপদ্ৰৱ কৰিব নোৱাৰে। সৰু কেচুৱা অনবৰত আঠুৱাৰ তলত থকা ঠিক নহয়। কামখিনি ময়েই কৰাব লাগিব। জিতেন্দ্রৰ ওপৰত সম্প্ৰতি এইবোৰ দায়িত্ব দিয়া ঠিক নহব। মানুহজন ভয়ানক ব্যস্ত আছে। চিন্তাৰ সোঁতত আউল লাগি যাব পাৰে। এটা গৱেষণাত ব্যস্ত আছে যেতিয়া, ফল নোলায়মানে তেওঁক বিৰক্ত কৰা অনুচিত হব। নতুন জাপানী নেটৰ আঠুৱা এখনো কৰাব লাগিব। অলপ ডাঙৰকৈ কৰিব

লাগিব। কাৰণ ময়নাজনীয়ে নিশ্চয় তাৰ লগত থাকিবলৈ হাহাঁকাৰখন লগাই দিব। বাহিৰৰ পৰা কি কৰে দেখা পোৱা যাব। মোৰ কমৰ নীলা ডিম্ লাইটটো সলাই ৰঙা বা হালধীয়া ৰঙৰ কৰিব লাগিব। নীলাৰঙৰ পোহৰত কেচুৱা নালাগে ডাঙৰৰ ৰঙে নীলা হৈ পৰে। স্বাস্থ্যৰ কাৰণে নীলা ৰং ভাল নহয় বুলি কিবা এখন মেগাজিনত পঢ়া মনত পৰে। ময়নাৰ কাৰণে এখন দোলনা কৰিবলৈ জিতেন্দ্ৰক যে কিমানবাৰ নকলোঁ। সি আৰু হৈ নুঠিল। তেওঁৰ এটাই মত। মই কৰাই ললে তেওঁৰ কোনো আপত্তি নাই। নিজৰ ফালৰ পৰা কোনো আগ্ৰহ নাই। তেওঁলোক হেনো মাটিত বাগৰি ডাঙৰ হৈছে। প্ৰকৃতিৰ লগত হেনো প্ৰকৃতিজ সকলোকে মিলিব দিব লাগে। মিলিলে বহুত আপদৰ পৰা হাত সাৰিব পাৰি। বৰকৈ আতোলতোল কৰিলে হেনো লৰাছোৱালীৰ স্বাভাৱিক বৃদ্ধি বাধাপ্ৰাপ্ত হয়। যত্ন লোৱা ভাল বুলি কয়, কিন্তু অপ্ৰয়োজনীয় আদৰ যত্নই হেনো কেচুৱাক পঙ্গু কৰাত সহায় কৰে। প্ৰকৃততে মানুহজন ভয়ানক কৃপণ। খৰছৰ কথা ওলালেই মানুহজন ভয় খায়। এটা নিৰ্ব্বিকাৰ মূৰ্ত্তি ধাৰণ কৰে। টকা পয়সা থাকিলেই যে খৰছ কৰিব লাগিব তাৰ হেনো কোনো মানে হব নোৱাৰে। তেওঁৰ মতে উপাৰ্জন কৰা সহজ আৰু খৰচ কৰা টান। টকা পয়সাৰ সৃষ্টি হেনো কেৱল ভোগৰ কাৰণে নহয় ত্যাগৰ কাৰণেও ব্যয় হব লাগে। খৰছৰ কথা মুঠতে জিতেন্দ্ৰৰ লগত পাতিব নোৱাৰি। মূৰ গৰম হৈ যাব খোজে। টকা যদি ভোগ কৰিবৰ কাৰণে উপাৰ্জন কৰা নাই, লগতে লৈ যাবৰ কাৰণে নোক?

ছোৱালী কেইজনীয়ে সৰ্ব্বসাধাৰণে পঢ়া স্কুল কলেজতে পঢ়ক। বিয়া দিলে লেঠা চিঙি যাব। সিহঁতৰ ষ্ট্যাণ্ডাৰ্ড এডুকেশন নহলেও হব। এই স্কুল কলেজৰ শিক্ষা সাং কৰি প্ৰাদেশিক চাকৰী বাকৰী কৰাে টান নহব। অৱশ্যে লাহে লাহে প্ৰতিযোগিতা বাঢ়ি আহিছে। আটাই কেইজনীকে পাবলিক্ স্কুলত পঢ়োৱাৰ ভাগ্য মোৰ নাই। এজনক মানুহ কৰিব পাৰিলেই জীৱন সাৰ্থক বুলি ভাবিম। খাবলৈ নাপালেও কাঁৰব লাগিব। পাবলিক্ স্কুলত বোলে অসম্ভব খৰচ। মাহে প্ৰায় এহেজাৰ টকা নহলে নহয়। তাত যদি আঠ বছৰ কাল পঢ়িব লাগে তেনেহলে প্ৰায় এক লাখ

টকা লাগিব। ইমানবোৰ টকা ক'ত পাম। জিতেন্দ্ৰৰ কথাবোৰ মই এতিয়াহে বুজিব পাৰিছো। উদ্দেশ্য যদি ডাঙৰ, প্ৰস্তুতিও সেই ধৰণে কৰিব লাগে। ঠিকেইতো হিচাব কৰি নচলিলে হিচাব কৰি পোৱা টকাৰে সকলো কৰিব নোৱাৰি। ইচ্ছা থাকিলেই যথেষ্ট নহয়। ঠিকেই, ত্যাগ কৰিবই লাগিব। আমি আটায়ে ত্যাগ কৰিবলৈ এতিয়াৰে পৰা আৰম্ভ কৰিব লাগিব। মনে বিচৰা মানুহ এজন তৈয়াৰ কৰিবলৈ হলে সকলো প্ৰকাৰে যত্ন কৰিব লাগিব। প্ৰতিযোগিতামূলক প্ৰতিভা বৃদ্ধি পালে খৰছ ভালেমান কমে। আজিকালি ভালেমান প্ৰতিভা বিকাশৰ ব্যৱস্থা হৈছে। প্ৰতিভা যদিও জন্মগত, সুযোগ নাপালে অনেক সময়ত বিকাশ হোৱাত বাধাগ্ৰস্ত হয়। উচ্চমান বিশিষ্ট প্ৰতিযোগিতাত ভাগ লবলৈ হলে আৰম্ভনীৰে পৰা এটা লক্ষ্য স্থিৰ কৰিব লাগে। বিশেষ প্ৰতিভাৱান নোহোৱাকৈয়ো যত্নৰ সহায়ত প্ৰতিভাৰ সৃষ্টি কৰিব পাৰি। খৰছৰ কথা উঠিলেই জিতেন্দ্ৰ শঙ্কিত হৈ পৰিব পাৰে। তথাপি তেওঁক মনাব লাগিব। ছোৱালী বিয়া দিয়া আজিকালি সহজ হৈছে। তাৰোপৰি ছোৱালী কেইজনী যেতিয়া ফুলৰ দৰে, বিয়া দিয়াত কোনো অসুবিধা নহয়। ফুল চিঙাদি থপিয়াই লব। মোৰ হাতৰ কানৰ অলঙ্কাৰখিনিৰে সিহঁতক দুই এপদ গহনা কৰাই দিম। সোণ পিন্ধা যুগৰ অৱসান হৈছে। দুহেজাৰ টকাৰে এতোলা সোণ কিনাৰ প্ৰয়োজন নাই। যি ধুনীয়া তাক সোণ পিন্ধাই আৰু ধুনীয়া কৰিব নোৱাৰি। প্ৰচলিত নিয়মবোৰৰ কিছু সালসলনি কৰাৰ মই পক্ষপাতি। ভগৱানে মোক অন্য নিদিলেও ছোৱালী কেইজনীক অপসৰা কৈ পঠিয়াইছে। ইহঁতৰ জন্মৰ প্ৰধান ভূমিকা মোৰ। জিতেন্দ্ৰৰ ইয়াত গৌৰৱ কৰিবলগীয়া একো নাই।

এইবাৰ মোৰ লক্ষণপাতিবোৰ ভালেমান দিশত বেলেগ বেলেগ যেন অনুভৱ কৰো। ভালেমান কথা আৰু কামৰ পৰা মই গম পাওঁ এইবাৰৰ লক্ষণসমূহ আগৰ কেইবাৰৰ লগত নিমিলে। খুৰৰ গাইজনী, মেকুৰীজনী মোৰ দুঃখৰ কথা কিবাকৈ বুজে। সিহঁতে মোৰ ভাল্‌দিনৰ কিবাকৈ এটা সুঙ্কেট দিয়ে। সিহঁতৰ কথাবোৰ যেন মই কিবা প্ৰকাৰে বুজি পাওঁ। সিহঁতেও এই কেইদিনৰ ভিতৰতে অগা পিচাকৈ পোৱালী দিছে।

পোৱালীবোৰ মই আগতে ভবাৰ দৰে হুবহু একে হৈছে। ভালেমান দিশতে ঘৰখনৰ খৰছো কমিছে। ঘৰতে কৰা খেতিবাতিও এইবাৰ খুব ভাল হৈছে। ভালদিন হুবলৈ হলে এটা আৰম্ভনী লাগে। মোৰ আশা ফলৱতী হব বুলি মোৰ মনটোৱে বাৰে বাৰে কয়। ভগৱানে তাকে কৰক। ভালকৈ নাৰায়ণ পূজা এভাগ পাতিব লাগিব। ঘৰতে হোৱা জাহাজী কলথোক পুৰঠ হৈছে। গাখীৰকন ঘৰতে হব। বেছি খৰছ কৰিব নোৱাৰি। ঘিঁ আৰু পূজাৰ সম্ভাৰত বেছি খৰছ নপৰে। এশমান টকাৰ ভিতৰতে হব লাগে। পাৰিলে অলপ কমাবহে লাগিব। মানবেন্দ্ৰ-হঁতক মাতিব লাগিব। তেওঁলোকৰ যিকোনো সকামতে আমাক বাদ দিয়া নাই। পূজা পাৰ্বনত মানবেন্দ্ৰৰ আস্থা আছে। মোক সেইবাৰ কৈছিল, ভগৱানৰ ওপৰত ভৰসা ৰাখিলে বহুত বিপদ এনেয়ে আঁতৰি থাকে। হোৱালী কেইজনী হোৱাত বাৰে বাৰে প্ৰবোধ দিছিল যে ইয়াত মানুহৰ বা ডাক্তৰৰ কোনো হাত নাই। ভগৱানৰ দান হিচাবে গ্ৰহণ কৰিলে দুঃখ পাতলাব পাৰি। ইয়াকো কৈছিল যে এটা সময় আহিব যেতিয়া মাক দেউতাকে নিজৰ সন্তান নিজৰ ইচ্ছানুযায়ী বাচি লব পাৰিব। কিবা এবিধ হৰম'নৰ সংশ্লেষণ কৰিব পৰা যাব বুলি মানবেন্দ্ৰই বিশ্বাস কৰে। এবিধ হলে হেনো বিভিন্ন প্ৰকাৰৰ হৰম'নৰ সৃষ্টি কৰা একো টান কাম নহব। সময় সাপেক্ষ কথা। সুদূৰ পৰাহত হঁৰমনৰ আবিষ্কাৰ হব আৰু মাতৃয়ে তাৰ সুফল ভোগ কৰিব। ভবিষ্যতৰ কথা ভাবি লাভ নাই। হবও পাৰে নহবও পাৰে। মানুহে হেজাৰ বছৰ আগতে ভবা কথাবোৰ আজিও বাস্তবমুখী হোৱা নাই। বিজ্ঞানীয়ে আকৌ পৰাজয় স্বীকাৰ কৰিবলৈ মান্তি নহয়। সন্মান লাঘব হয় বুলি ভাবে। এই হৰম'নৰ যদি কেতিয়াবা আবিষ্কাৰ হয়, তেওঁ নবেল বঁটা বিজয়ী হব লাগে। ভাৰতীয় বিজ্ঞানীৰ সেই মেধা নাই। অসমত আৰু কোনো প্ৰখ্যাত বিজ্ঞানীৰ আজিলৈ আবিৰ্ভাব নহ'ল। মানুহৰ মগজবোৰৰ ওপৰত কিবা চামনি পৰিছে নেকি? কথাবোৰ গভীৰভাৱে চিন্তা নকৰে। আনৰ ওপৰত নিৰ্ভৰ কৰিবলৈ আগ্ৰহ বেছি। স্বকীয় চিন্তাধাৰা নাই। এয়া কানি বৰবিহৰ ক্ৰিয়া নে জলবায়ুৰে প্ৰভাৱ তাকো কব নোৱাৰো। মৌলিক

সত্য আৱিষ্কাৰৰ পদ্ধতি আছে। উৎকৃষ্ট ধৰণৰ গৱেষণাগাৰ লাগে। যন্ত্রপাতি লাগে। সংযমনোবৃত্তি সম্পন্ন লোকৰ সাধনা লাগে। তেওঁলোকক প্রয়োজনীয় প্রেৰণা লাগে। ঘৰৰ মানুহজনীৰ প্রেৰণাতে কেৱল এজন মানুহ বিখ্যাত বিজ্ঞানী হব নোৱাৰে। সমূহীয়া প্রচেষ্টা হলে অসাধ্য সাধন কৰিব নোৱাৰিব তাৰ কোনো অর্থ নাই। প্রাচীন কালত ঋষিমুনি-বোৰে আচলতে কেৱল যে মানবীয় দর্শনৰ ওপৰতে গুৰুত্ব দিছিল তেনে নহয়। তেওঁলোকে কাৰিকৰী, মানসিক আৰু আধ্যাত্মিক দর্শনৰ কাৰণে জীৱন পণ কৰি লৈছিল। বিজ্ঞানভিত্তিক দর্শন আৰু মনস্তাত্বিক গৱেষণাৰ সহায়ত সর্ব্বসাধাৰণৰ মনৰ কামনাবোৰ পূর্ণ কৰিছিল। সর্ব্বসাধাৰণৰ তেওঁলোক কেৱল আস্থা ভাজনেই নাছিল, তেওঁলোকৰ ওপৰত গভীৰ শ্রদ্ধা আৰু বিশ্বাস আছিল। প্রাচীন ভাৰতৰ সভ্যতাৰ ওপৰত, তেতিয়াৰ উচ্চ-মান বিশিষ্ট জ্ঞানৰ ওপৰত আজিৰ ভাৰতীয়ই আলোকপাত নকৰাটো বা কৰিব নোৱাৰাটো এটা ডাঙৰ পৰিতাপৰ কথা। গল্প বা আখ্যান হলেও প্রাচীন ভাৰতীয় সমাজ দর্শন আৰু সংস্কৃতিৰ ওচৰত আজিৰ সমগ্র পৃথিৱীৰ উৎকর্ষতা ম্লান হৈ পৰে।

## সাত

জিতেন্দ্র আৰু মানবেন্দ্র এইবাৰ কেইবাদিন থকাকৈ কলিকতালৈ গ'ল। যাওঁ বুলি কয় কলিকতালৈ। আচলতে কলিকতালৈ যায় নে দিল্লীলৈ যায় মই ভালদৰে নাজানো। এমাহমানো লাগিব পাৰে বুলি কৈছে। যি সময়ত মই জিতেন্দ্রক কাষত পাব বিচাৰো সেই সময়ত তেওঁ নানা কামৰ অজুহাত দেখুৱাই আতৰি পৰে। কয় কর্ত্তব্যৰ দায়িত্ব। সকলো ভাৰতীয় মানুহ ইমান কর্ত্তব্যপৰায়ণ হলে ভাৰতৰ উন্নতি হোৱাৰ আশা আছে। পিছে কর্ত্তব্য কৰে নে অকর্ত্তব্যহে কৰে এতিয়ালৈ তাৰ কোনো ৰহস্য মোৰ ভেদ নহ'ল। বাপেক ঘৰত নাথাকিলে ছোৱালী কেইজনী নিৰানন্দ হৈ পৰে। সীমাৰ চিন্তা বাঢ়ে। তাই বাপেকৰ কাৰণে

উদ্‌গ্ৰীৱ হৈ পৰে। কলিকতাত বাপেকৰ খোৱা লোৱা, পিন্ধা উৰা কামত সহায় কৰিবলৈ কোনো নাই। কিজানি আহুকাল পায়। ইয়াত সীমাই বাপেকৰ কামখিনি সময়ৰ ফাক উলিয়াই ঠিকমতে কৰি দিয়ে। বাপেকে সেই বিষয়ে কোনো দিন অসুবিধাৰ সন্মুখীন হোৱা নাই। পিন্ধা কাপোৰ-কানিবোৰ ময়েই কিনি আনি দিওঁ। মোৰ পচন্দত জিতেন্দ্ৰৰ আপত্তি হোৱা দেখা নাই। মাজে সময়ে বৰং প্ৰশংসাই কৰিছে। লাহে লাহে মানুহজন কিছু স্মাৰ্ট হৈছে। আগতে মানুহজনে চুট্ কৰিবলৈ লাজ কৰি-ছিল। ইউনিফৰ্ম চুটৰ লগত কেতিয়াবা চেণ্ডেলযোৰকে ভৰিত সুমুৱাই গৈছিল। মেচ কৰা জোতাযোৰ পিন্ধিবলৈ কলে এটা মন্তব্য কৰিছিল। মন্তব্যবোৰ আজিকালি ভালেমান কমিল। বাৰে বাৰে চেষ্টা কৰি ৰুচিৰ বোধ কিঁছু সলনি কৰিব পৰা হৈছে।, ইযো কিজানি এটা মানসিক সংস্কাৰেই। পোচাক পৰিচ্ছদ সম্পৰ্কে মানবেন্দ্ৰৰ ৰুচি চকুত পৰা। ক'ত কি পিন্ধিব লাগে জানে। একে পৰ্য্যায়ৰ কৃতী কৰ্ম্মী। বৰং জিতেন্দ্ৰই বেচি নিষ্ঠাবান কৰ্ম্মী হিচাবে এটা খ্যাতি অৰ্জন কৰিছে। কাকো প্ৰকাশ নকৰে। স্বপ্ৰকাশ বিৰোধী যেন লাগে। সেই দৃষ্টিকোণৰ পৰা চালে জিতেন্দ্ৰ যথেষ্ট জ্ঞানী। মানুহজন সুগভীৰ, তৰাং নহয়। প্ৰথম অৱস্থাত অৱশ্যে এটা হীনমন্যতাত ভোগা যেন লাগিছিল। মানবেন্দ্ৰ আৰু বেছি প্ৰকাশ-ধৰ্মী। নিজৰ নখকাটো আনৰ পৰা গ্ৰহণ কৰি মৌলিক সত্যৰ আবিষ্কৰ্ত্তা হৈ পৰাৰ এটা প্ৰকাশমান ভঙ্গি লৈ থাকে। জিতেন্দ্ৰৰ কামৰ জৰীয়তে মানবেন্দ্ৰই এটা খ্যাতি অৰ্জন কৰাৰ কাৰণে ব্যস্ত হৈ পৰিছে। এই কৃতিত্ব যদি আচলতে জিতেন্দ্ৰৰ, মানবেন্দ্ৰৰ নাম প্ৰকাশ হোৱাৰ কোনো অৰ্থ থাকিব নোৱাৰে। আগৰে পৰা এটা সন্দেহৰ ভাৱে মোৰ মনত খোপনি পুতিছে। মানবেন্দ্ৰই, জিতেন্দ্ৰৰ দ্বাৰা কাম কৰোৱাই নাম কিনিব খোজে। মানুহজন প্ৰকৃততে যিমান গুণী বুলি ভাবিছিলো সিমান নহয়। আজি-কালিৰ সাধাৰণতে যিটো নিয়ম সেই নিয়মেই মানবেন্দ্ৰকো চালিত কৰিছে। মত স্থায়ী কৰাৰ আগতে জিতেন্দ্ৰক এবাৰ সুধি চাব লাগিব। যদি তেওঁৰ গৱেষণাৰ ফল ধৰে আৰু এই যশস্যাৰ অধিকাৰী যদি একমাত্ৰ জিতেন্দ্ৰ হোৱা উচিত, মানবেন্দ্ৰৰ নাম কাগজে পত্ৰই প্ৰকাশ

হোৱাটো অনুচিত। জিতেন্দ্ৰই আকৌ মামবেন্দ্ৰক দেৱতাৰ আসনত প্ৰতিষ্ঠা নকৰিলেহে হৈছে। সময়ত তথাপি চাব লাগিব।

এই সময়তে কিয় জানো বাবাৰ কথা বৰকৈ মনত পৰিছে। চৰিত্ৰ যেনেকুৱাই নহওক, মানুহজনৰ যথেষ্ট আকৰ্ষণ কৰিব পৰা ক্ষমতা আছে। মোৰ নিচিনা ৰমণী এগৰাকীক প্ৰথম দৰ্শনতে সম্মোহিত কৰিছে। উত্তাপময় তৰঙ্গ প্ৰবাহিত হৃদয়ক শীতল কৰিব পৰা ক্ষমতা বাবাৰ আছে। বাবাৰ চৰিত্ৰ সম্পৰ্কে আমাৰ মতামত শুদ্ধ নহয়। যদি কোনো নাৰীৰ চাৰিত্ৰিক অবনতিৰ কাৰণে বাবাক জগৰীয়া কৰা হয়, সি একপক্ষীয় বিচাৰ হব। অভাৱৰ তাৰণাত যদি কোনোবাই কাৰোবাৰ ওচৰত শৰণাপন্ন হয় সেই শৰণাৰ্থীক সহায় কৰাটো অনৈতিকতা হব নোৱাৰে। প্ৰকৃতাৰ্থত গোটেই পৃথিৱীখনতে এই প্ৰথা চিৰপ্ৰবাহমান। কোনোবাই দিছে, কোনোবাই গ্ৰহণ কৰিছে। বিচাৰিলে দিয়াটো এটা অনিয়ম বা বিশৃঙ্খলা হোৱা উচিত নহয়। সংৰক্ষণশীল লোক সমাজৰ কিছুমান দুৰ্নীতিৰ কৱলত পৰি বহুতৰ জীৱন বিপন্ন হৈছে। সমালোচনা কৰা সহজ কিন্তু মানুহৰ মনৰ তাড়না উপলব্ধি কৰা টান। অন্ধসংস্কাৰ বা সংৰক্ষণশীলতাই মানবীয় কৰুণা প্ৰদান নকৰে। মানুহৰ সহজ জীৱন যাত্ৰাক জটিলতৰ কৰে। নিৰবধি ভোগ কৰা যন্ত্ৰণাকাতৰ জীৱনবোৰক বাবাৰ শ্ৰেণীৰ মানুহবোৰে সাময়িক-ভাৱে হলেও শান্ত কৰে। জীৱনবোধ জগাব খোজে। একোটা প্ৰেৰণাৰ কাৰণ হব খোজে। লোকচক্ষুৰ অন্তৰালত সংৰক্ষণশীল ব্যক্তি-সমাজৰ অশালীন ক্ৰিয়াবোৰে কিলবিলাই থাকে। মোক আজি যিসকলে গণিকাৰ শ্ৰেণীভুক্ত বুলি ভাবে সেইসকলৰ হেজাৰ গণিকাই সতীৰ আসনত থকা বুলি প্ৰতিপন্ন কৰিব খোজে। সেইসকলে মোৰ অন্তৰত যি জুই জ্বলি আছে সেই জুইৰ দহনৰ তীব্ৰতা অনুভৱ নকৰে, অনুভৱ কৰিব নোৱাৰে। সকলোৰে অভাব একে ধৰণৰ নহয়। মনভেদে আকাঙ্খা আৰু অনুভূতি একে ধৰণৰ নহয়, কিন্তু প্ৰত্যেকে কেৱল অভাৱৰ তাৰণাত দগ্ধ। সকলোৱে অভাৱ পূৰণৰ কাৰণে ব্যস্ত। অভাৱ পূৰণৰ কাৰণে সৎ আৰু অসৎ সকলো পথ বাচি লৈছে। অসৎবৃত্তি অৱলম্বন-কাৰীয়েও ভাবে তেওঁৰ পথ শুদ্ধ। কিমান মূৰ্খ এই মানুহবোৰ। মই যদি কাকো আঘাত নকৰো বা কাৰো সুখশান্তিৰ অন্তৰায় নহওঁ তেনেহলে

কাৰো আলোচ্য বিষয় হোৱাটো বাঞ্ছা নকৰো। মোক লৈ মানুহৰ ইমান মুৰৰ বিষ হোৱাৰ কোনো কাৰণ নাই। মোৰ ৰূপ যৌৱন আৰু স্বাধীনচিত্তীয়া মন এটা থকা কাৰণে বহুতে সহ্য কৰিব নোৱাৰে। মোৰ এই স্বাধীন মনটোৰ গৰাকী মই নিজে আৰু ৰূপ লাৱণ্যৰ গৰাকী ভগৱান। মোৰ পৰম পুণ্যৰ ফলস্বৰূপে মই সমাজৰ এগৰাকী সুদৰ্শনা ৰমণী। মোৰ ৰূপত যদি কোনো দগ্ধ হয়, মই যদি আকৰ্ষণ কৰিব পাৰো সেয়া মোৰ পৰম গৌৰৱ। এই গৌৰৱৰ অধিকাৰী হোৱাতো মোৰ কাম্য। হেজাৰ পতঙ্গ যদি মোৰ ৰূপ শিখাত পৰি দগ্ধ হয় তাত মোৰ কৰিবলগীয়া একো নাই। মই কাকো খেদি ফুৰা নাই। খেদি খেদি মোৰ কাষ চাপি আহে। কামনাদগ্ধ পুৰুষৰ প্ৰাণত হাহাকাৰ লগাব পৰাত মোৰ আনন্দ আছে। কামাতুৰ পুৰুষৰ সকাতৰ দৃষ্টিক ভ্ৰুক্ষেপ কৰিব পৰাত মোৰ গৌৰৱ আছে। মোৰ কিবা হয়তো নাই কিন্তু অন্যৰ নথকা মোৰ বহুত আছে। সেয়া দুঃখৰ মাজত সুখৰ কুসুম। কিছুমান সম্পদ।

বিশ্ৰামৰ সময়খিনিত মোৰ অতিবাহিত হোৱা জীৱন কালৰ বুৰঞ্জীৰ পাতবোৰ এবাৰ লুটিয়াই চোৱাৰ এটা অভ্যাস হৈ গৈছে। কি পালো বা নাপালো, কি হলো বা হব নোৱাৰিলো আৰু মোৰ লগত যিসকলৰ প্ৰসঙ্গ টানিব পাৰি সেই সকলোবোৰৰ জমাখৰছৰ এটা কৈফিয়ৎ উলিয়াবলৈ মই যত্ন কৰো। ভালেমান দিশত মই জিকি থকা যেন লাগে। সকলো কথা বিচাৰ কৰি চালে মই দুৰ্ব্বল বা তুলনামূলকভাবে দুঃখীয়া বুলি ভবাৰ কোনো স্থল নাই। মনটো খুব চঞ্চল কাৰণেই কিজানি মোক কেতিয়াবা বিভ্ৰান্ত কৰে। সাময়িকভাবে হলেও কষ্ট পাওঁ। এইবাৰ যদি মই জিকি যাওঁ তেনেহলে মোৰ দুঃখ কৰিবলগীয়া একো নাথাকিব। কাৰোবাৰে সকলোদিন একে ধৰণে অতিবাহিত হোৱা নাই। মই হিচাব কৰি দেখিছো মোৰ অতীত আছিল কিন্তু প্ৰণীতাৰ অতীত নাছিল। মানবেন্দ্ৰৰ কোনো গৌৰৱময় অতীত নাছিল জিতেন্দ্ৰৰো নাছিল। মানবেন্দ্ৰৰ দেউতাক এজন সাধাৰণ সংস্কৃত পণ্ডিত আছিল। পণ্ডিতৰ লৰা হিচাবে তেওঁ এতিয়া যি পাইছে, সেয়া আকাশৰ দৰে বহল বুলি ভাবিছে। অতীত বিহীন প্ৰণীতায়ো তাকে হয়তো কল্পনাতীত সমৃদ্ধি হিচাবে লৈছে। পৃথিৱীৰ কত

লোকৰ তুলনাত তেওঁলোকৰ সমৃদ্ধি কিমান নিকৃষ্টতৰ তাক মানবেন্দ্ৰ আৰু প্ৰণীতাই বোধ হয় হিচাব কৰি ল'ব পৰা নাই। আচলতে মানসিক উৎকৰ্ষ সাধন নহলে এই ধৰণৰ সূক্ষ্ম চিন্তাবোৰ কৰিব নোৱাৰে। এটা বিৰাট ডাঙৰ মনৰ অধিকাৰী হবলৈ হলে সংস্কাৰ লাগে। একপুৰুষীয়া সংস্কাৰে মানুহৰ মন সিমান নিকা কৰিব নোৱাৰে। উদাৰ চিত্তৰ বহল অন্তৰৰ জ্ঞানী মানুহ হবলৈ কেইবাপুৰুষো লাগে। মানবেন্দ্ৰ আৰু প্ৰণীতাৰ সেই পৰম্পৰা নাই। এযা মাথোন এটা সাময়িক উন্নতি। কেতিয়াবা হুৰুফ কৰে খহি পৰিব পাৰে। কতজন মহাজন হ'ল আৰু কতজন জীৱন যুদ্ধত হাৰি ধূলিৰ লগত মিলি গ'ল সেই কথাবোৰ মানবেন্দ্ৰ আৰু প্ৰণীতাই কোনোদিন চিন্তা কৰা যেন নালাগে। কাৰণ কথা প্ৰসঙ্গত তেওঁলোকে কোনোদিন কোনো মানুহৰ বিষয়ে মন্তব্য নকৰে। সমালোচনা বা বিতৰ্ক নহলে প্ৰকৃত সত্যৰ উদ্‌ঘাটন হব নোৱাৰে। তেওঁলোকে তৰ্কৰ বাহিৰত থাকে। নিজৰ দুৰ্ব্বলতাই কৰবাত আত্মপ্ৰকাশ কৰে বুলি ভয় কৰে। ভয় কৰাৰ কিটো আছে। মিছা কথাক কাপোৰেৰে ঢাকি ৰাখিলে সি সত্যৰ টোপোলা হৈ যাব নোৱাৰে। সেইফালৰ পৰা জিতেন্দ্ৰ যথেষ্ট আগবঢ়া। মোৰ লগতো জিতেন্দ্ৰই দুই এটা যে কৌতুক নকৰে এনে নহয়। মানুহজনৰ বুদ্ধি আছে। কিন্তু প্ৰকাশ নকৰে। মানুহৰ সমাজত মুক্তভাবে সকলো কথাতে অংশ গ্ৰহণ কৰিব নোৱাৰে। লাজুক মানুহ। সৰল প্ৰকৃতিৰ লাজুক মানুহজন প্ৰগলভ হব নোৱাৰে। দ্বিধা বোধ কৰে। অৱশ্যে ঘৰতে লগ পোৱা গৰীৱ দুঃখীৰ লগত দুই এটা মন্তব্য কৰে। এই মন্তব্যবোৰ উপযুক্ত সমাজত ব্যক্ত কৰিব পাৰিলে তেওঁ কিছু নহয় কিছু আত্মপ্ৰত্যয় লাভ কৰিব পাৰিলেহেঁতেন কিন্তু চেষ্টা নকৰে। দ্বন্দ্ব বা সমস্যাৰ মাজত জড়িত হবলৈ ভয় কৰে। নিৰ্ভিক হব পৰা নাই। মোৰ প্ৰচণ্ড চাপেও মানুহজনক সাহসী কৰিব পৰা নাই। সেই ক্ষেত্ৰত ময়ো কিছু দুৰ্ব্বল হৈ যাওঁ। স্বামীৰ কৃতিত্বত পত্নীয়ে যি গৌৰৱ অনুভৱ কৰিব লাগে সেই গৌৰৱৰ পৰা মই বঞ্চিত হৈ যাওঁ। ইমান কৈয়ো মানুহজনক বুজাব নোৱাৰিলো। সমাজত স্থান নিজে অধিকাৰ কৰি লব নোৱাৰিলে কোনেও ঘৰত আহি প্ৰতিষ্ঠা দি নাযায়। যোগ্যতা বহুমুখী নহলে এইখন

সমাজত মূৰ ডাঙি ঠিয় হৈ থকা সহজ নহয়। প্ৰাচীন সমাজ আছিল নীতিৰ ওপৰত প্ৰতিষ্ঠিত আৰু বৰ্ত্তমানৰ সমাজ দুৰ্নীতিগ্ৰস্ত। যিয়ে যিমান দুৰ্নীতিক প্ৰশ্ৰয় দিছে সি সিমানে আগবাঢ়িছে। প্ৰগলভ সমাজত বাও-ময়তাই হৈছে খ্যাতি অৰ্জনৰ মাধ্যম। অন্তৰ্বৰ্ত্তী সোঁত যিমানেই খৰস্ৰোতা নহওঁক কিয় সি বাহ্যিক দৃষ্টিৰ অলক্ষে আৰু এই চিন্তাবিহীন সমাজত তাৰ সম্যক উপলব্ধি হব নোৱাৰে। সেই কাৰণেই বাহ্যিক প্ৰকাশৰ এটা ভঙ্গি উলিয়াই লব লাগে। মানবেন্দ্ৰৰ গভীৰতা কম। তৰাং বাবেই অধিক খৰস্ৰোতা যেন লাগে আৰু সেই কাৰণে প্ৰকাশময়। কাগজে পত্ৰই মানবেন্দ্ৰৰ নাম প্ৰকাশ পায় অথচ যি প্ৰকৃত কৰ্ম্মী সি দৃষ্টিৰ অলক্ষে অনাদৃত হৈ ৰয়। এইবাৰ উভতি অহাৰ পাছত জিতেন্দ্ৰক এই তথ্যটো অৱগত কৰাব লাগিব। জিতেন্দ্ৰৰ প্ৰতিষ্ঠাই মোকো প্ৰতিষ্ঠা কৰিব। নহলে মোৰ ৰূপৰ ভাণ্ডাৰে সমাজত মোক প্ৰতিষ্ঠা ৰখাব নোৱাৰে। মই মদাৰ ফুলৰ দৰে ঘ্ৰাণবিহীন হৈ ৰম।

ৰমলা আৰু মই প্ৰায় একে সময়তে আৱদ্ধ হৈছো। ৰমলাৰ মোতকৈ কেইদিনমান আগতে হব। ৰমলাৰ মনত খুব বেজাৰ। গিৰিয়েকজন কামৰ দায়িত্বত বাহিৰত থাকিব লাগে। সেই যে বাবা অহাৰ সময়তে কেইদিনমান থাকি গ'ল আৰু আহিব পৰা নাই। পোষ্টেল ডিপাৰ্টমেণ্টৰ চাকৰী। মাদ্ৰাজৰ কোনোবা এখন ঠাইত কাম কৰে। ৰমলাৰ গিৰিয়েকৰ কাৰণে মোৰো কেতিয়াবা বৰ বেয়া লাগে। ডাক বিভাগৰ লোকসকলে কানৰ হেচাত মূৰ তুলিব নোৱাৰে। উভতি আহি ৰিঙা ৰিঙা কোৱাৰ্টাৰ এটাত সোমাই পৰে। ৰমলাক লৈ যাব পৰা নাই। এইবাৰ লৈ যাব খোজাও নাই। মাকৰ তত্বাৱধানতে এৰি গৈছে। ৰমলাই কেতিয়াবা গিৰিয়েকৰ কাৰণে অনুযোগ কৰে। মানুহজনৰ কষ্টৰ কথা মনত পৰে। সকলো কাম নিজহাতে কৰিবলগীয়া হৈছে। মনটো সেমেকি যাব খোজে। অসুখ বিসুখৰ কথা আছে। তেতিয়া এজন নিজৰ মানুহ নহলে বিপদ হব পাৰে। থাকে অচিন ৰাজ্যত। কোনো আত্মীয় বা বন্ধুবান্ধৱ নাই। শান্ত স্বভাৱৰ মানুহজন নিৰ্বান্ধৱ হৈ আছে। জিতেন্দ্ৰৰ লগত মানুহজনৰ যথেষ্ট মিল আছে। তেওঁলোকক মানুহৰ এটা বিশেষ শ্ৰেণীৰ দৰে লাগে।

আমোদ উৎসৱ আদিৰ পৰা আঁতৰি ফুৰে। ৰমলাক দুঃখ কৰা দেখিলে মোৰ অন্তৰখন ভাঙি যাব খোজে। মোৰ সান্তনাই বেচেৰিক কিছু সাহস জন্মায়। মোক খুব আপোনজন বুলি ভাবে। মনৰ বেদনা প্ৰকাশ কৰিবলৈ পালে ছোৱালীজনীয়ে ভাল পায়। মাকৰ আগত সকলো কথা কবলৈ লাজ কৰে। সময়মতে এইবাৰ গিৰিয়েকক আহিবলৈ সকিয়াই থৈছে। মতা মানুহ এজন কাষত থাকিলে বহুত সাহস পায়। নিজৰ মানুহজনক কথাবোৰ বুজাই কব পাৰে। বিপদ আপদ আছে। হেজাৰ হওঁক তাই বিয়া দিয়া ছোৱালী। মাকৰ আহুকাল হয় বুলি ভাবে। গিৰিয়েকৰ ওপৰত এটা মন্তব্য কৰে বুলি ভয় কৰে। ডাক্তৰ কবিৰাজৰ পৰামৰ্শ আছে। মাকে যিমান পাৰে কৰিছে। হেজাৰ হওক তেখেতো মাইকী মানুহ। ডাক্তৰৰ মতে এতিয়ালৈকে কোনো বিজুতি ঘটা নাই। বাবাৰ আশীৰ্ব্বাদত ৰমলাই এইবাৰ হয়তো ইষ্টফল লাভ কৰিব পাৰিব। লৰাইহওক বা ছোৱালীয়েই হওক কোলা শুৱাবলৈ ৰমলাক এটা জীৱন্ত শিশু লাগে। ছোৱালীজনীৰ অন্তৰখনে হাহাকাৰ কৰি উঠে। জীৱনটো নিষ্ফল হৈ যাব বুলি কাতৰ হৈ পৰে। কোনেও নেদেখাকৈ চকুপানী টোকে। মনৰ দুঃখৰ কথা সকলোকে কব নোৱাৰে। দুই একে কুৎসিত মন্তব্য কৰে। প্ৰাক বৈবাহিক কালৰ ভালেমান মনে সজা কুকাণ্ডৰ কথা মানুহে কোৱাকুই কৰে। সেইবোৰৰ দুই এটা কথা ৰমলাৰ কানত পৰে। ৰমলা সিঞৰি উঠে। বুকুখন মোচোকা খাই যাব খোজে। শোণিতৰ সোঁত ৰুদ্ধ হৈ যাব খোজে। অন্তৰখনে আৰ্ত্তনাদ কৰি উঠে। অথচ ছোৱালীজনীয়ে প্ৰতিকাৰৰ কোনো ব্যৱস্থা নাজানে। তাইৰ প্ৰাণৰ মৰ্মস্পৰ্শী বেদনাবোৰ কিছুমান নিৰ্ব্বাক হুমুনিয়াহ হৈ নিৰ্গত হয় আৰু ৰুদ্ধ কোঠাৰ অবৰুদ্ধ বায়ুক উষ্ণ কৰে কিন্তু অভিসিক্ত কৰিব নোৱাৰে। কান্দি কান্দি আৰু কান্দিব নোৱাৰা হৈছে। ফুলৰ পাহিৰ দৰে নিমজ গালমুখে লাৱণ্য হেৰুৱাই কৰ্কশ হৈ পৰিছে। কেৱল দৈহিক মসৃনতাই হেৰুৱা নাই, হেৰুৱাইছে প্ৰাণবো। অগণন মানবৰ মাজত ৰমলা হয়তো আৰু আছে ; কিন্তু ইমান কাষতে থকা এই ছোৱালীজনীৰ জীৱনৰ সৈতে ভেটাভেটি হোৱা এই পৰিস্থিতিটোৰ কাৰণে মোৰ প্ৰাণেও

কেতিয়াবা হাহাকাৰ কৰি উঠে। সমবেদনাত মনটো ভৰি উঠে অথচ মই কোনো প্ৰতিকাৰৰ দিহা আগবঢ়াব পৰা নাই। ৰমলাৰ তুলনাত মই আচলতে কিমান সুখী হোৱা উচিত আছিল। ফুলৰ দৰে ছোৱালীকেইজনীয়ে মোৰ প্ৰাণৰ গভীৰ দেশত জুৰি হৈ বয় আৰু সিহঁতৰ কুলুকুলু ধ্বনিয়ে মোৰ প্ৰাণ জুৰ কৰে। তথাপিও মই আজি অসুখী। ময়ো ঋক্ত অনুভৱ কৰো। এটা বিৰাট শূন্যৰ আৱৰ্ত্তৰ মাজত থকা যেন অনুভৱ কৰো। মনৰ আশাৰ ক্ষীণ ৰেখা মাথোন সেই শূন্যৰ দিগন্ত প্ৰসাৰি থকা ৰিজু ৰেখাৰ নিকটবৰ্ত্তী এটা বলয়ৰ দৰে। যিমানে কাষ চপাই আনিব খোজো সিমানে আতৰি যোৱা যেন লাগে। এটা অস্পষ্ট ক্ষীণ আশা বুকুত বান্ধি সময়ৰ সোঁতে সোঁতে উটি গৈ আছো কিজানিবা কেতিয়াবা এই বলয় কাষ চাপি আহে। যদি কোনোদিনেই ওচৰ নাচাপে তেতিয়া যে মই কি কৰিম কল্পনাই কৰিব নোৱাৰো।

এনেকুৱা বহুত উদাহৰণ আছে যিযে আশা কৰা ধৰাণেই জীৱনত সাফল্য লাভ কৰিছে। কেতিয়াবা আকৌ আশা নকৰাকৈয়ে মানুহৰ জীৱনলৈ ভাগ্য নামি আহিছে। এগুণ বিচাৰিলে কেতিয়াবা এশগুণ পাইছে। মই বহুত বিচৰা নাই। এটি মাত্ৰ পুত্ৰ সন্তান মই লাভ কৰিব বিচাৰো। বহুত মাতৃয়ে যমজ সন্তানৰ জন্ম দিছে। দুজনী ছোৱালী যেনেকৈ একেলগে জন্ম লাভ কৰে মোৰ ক্ষেত্ৰতো দুটি পুত্ৰ সন্তান একেলগেও হব পাৰে। এয়া একো অসম্ভৱ কল্পনা নহয়। যদি এটিৰ ঠাইত দুটা একেলগে হয় তেনেহলে মই ভবিষ্যতলৈ আৰু কোনো আশা নাৰাখো। একেলগে অপাৰেছন কৰি লম। দহমাহ ধৰি সন্তান গৰ্ভত ধাৰণ কৰা আৰু বাৰে বাৰে কৰা টান কাম। কিন্তু মাতৃয়ে ভূমিষ্ঠ সন্তানৰ মুখ দেখাৰ লগে লগে সমস্ত যন্ত্ৰণা পাহৰি যায়। সন্তান অলপ ডাঙৰ হৈ অহাৰ লগে লগে আৰু নতুনৰ জন্মৰ আগ্ৰহী হৈ পৰে। এইকাম যিমানে কষ্টদায়ক নহওঁক মাতৃসকলে তাক বহন কৰিবলৈ মনে প্ৰাণে প্ৰস্তুত থাকে। সীমিত পৰিয়ালৰ কাৰণে মাতৃকুলক আগ্ৰহী কৰাৰ যত্ন কৰা হৈছে পৃথিৱীৰ জনসংখ্যাৰ বিস্ফোৰণৰ কাৰণেহে। সম্প্ৰতি ভাৰতত সাতশ নিযুত মানুহ। দুহেজাৰ খৃষ্টাব্দত হেনো জনসংখ্যা বৃদ্ধি হৈ নশ নিযুত হব। সেই কালৰ

পৰা জন্মনিয়ন্ত্ৰণৰ হয়তো প্ৰয়োজনীয়তা আছে। কাৰণ সন্তানক জন্ম দিয়াৰ লগতে সিহঁতৰ প্ৰতিপালনৰ দায়িত্ব আছে। সেইকথা মই চিন্তা নকৰা নহয়, কিন্তু মোৰ মনোবল আছে মই পাঁচোটা বা ছটা সন্তানৰ দায়িত্ব কটিয়াব পাৰিম।

আজি কিছুদিনৰ পৰা জিতেন্দ্ৰৰ কাৰণে মোৰ আকৰ্ষণ বাঢ়িছে। এটা সময় আছিল যেতিয়া জিতেন্দ্ৰৰ অনুপস্থিতিক মই এটা অভাব হিচাবে লোৱা নাছিলো। বৰং অন্যমনস্ক মানুহজন নাথাকিলেই মই মুকলিমূৰীয়া অনুভব কৰিছিলো। সোনালী দিনৰ মধুৰস পান কৰা কিছুমান বলিয়া কীটক মোক চক্ৰাকাৰে আবৰি থকা যেন দেখা পাই-ছিলো। এই কামান্ধ কীটবোৰ ক্ৰমে ক্ৰমে আতৰি গৈছে। যি সময়ত মই জিতেন্দ্ৰৰ প্ৰাণৰ বীণা হৈ মধুৰ সুৰৰ সৃষ্টি কৰিব লাগিছিল সেই সময়ত মোৰ সুৰবোৰ বেসুৰা হৈ গৈছিল। কিছুমান দুৰ্ব্বল ধাৰণাই মোক প্ৰতিনিয়ত সন্দিহান কৰি তুলিছিল। দুৰ্ব্বলতাৰ বশবৰ্ত্তী হৈ মই বাৰে বাৰে ভুল কৰি পেলাইছিলো। ভুল কৰাৰ মোৰ কোনো যুক্তি নাছিল। এই ভুল আৰু অসৎ প্ৰতাৰণাই মোক নতুনকৈ কষ্ট দিবলৈ আৰম্ভ কৰিছে। মই জিতেন্দ্ৰৰ ওচৰত ক্ষমা ভিক্ষা চাম। জীৱনৰ সমস্ত ঘটনা মই বিবৰি কম। সকলো বিচাৰ মই জিতেন্দ্ৰৰ হাতত দিম। জিতেন্দ্ৰই যদি মোক ত্যাগ কৰে তাকো মই মূৰ পাতি লম।

কিমানদিন পিছত মানুহজন উভতি আহে একো কৈ যোৱা নাই। কিছু সময় লাগিব বুলি কৈছে। প্ৰণীতাই মানবেন্দ্ৰৰ পৰা এখন চিঠি পাইছে। পৰীক্ষাৰ কাম-কাজ ভবামতেই আগবঢ়া বুলি লিখিছে। জিতেন্দ্ৰয়ো মোলৈ চিঠি এখন দিব পাৰিলেহেঁতেন। মানবেন্দ্ৰৰ চিঠিৰ জৰিয়তে আমাৰ খবৰ লোৱাত মনটোৱে অভিমান কৰে। আচলতে এই অভিমানৰ কোনো অৰ্থ নাই। আগৰে পৰাই জিতেন্দ্ৰৰ চিঠি লিখাৰ আগ্ৰহ কম। চিন্তাশীল লোক। ভাবসাগৰত ডুবি থাকে। চিঠি লিখি-বলৈ হেনো ভাষাই নোলায়। কি বুলি সম্বোধন কৰিলে মই ভাল পাম এবাৰ সুধিছিল। কি আচৰিত মানুহ। মোক ঘৰত সাধাৰণতে জিন্তা বুলিয়ে মাতে। ভালে থাকিলেই হয়। চিঠি নিদিয়াকৈয়ো মই

বুজি পাওঁ জিতেন্দ্ৰই মোক কিমান আদৰ কৰে। যি পৰীক্ষা চলাই আছে তাতে কৃতকাৰ্য হওক। মানুহজনক উপযুক্ত প্ৰেৰণা যোগাব পৰা নাই। মানুহজনে আৰু বহুত কিবাকিবি কৰিব পাৰিলেহেঁতেন। মই এই বিষয়ত এটা উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰিব পাৰিব লাগিছিল। মানবেন্দ্ৰই প্ৰীতাৰ পৰা উপযুক্ত প্ৰেৰণা লাভ কৰিবলৈ সমৰ্থ হৈছে। মানুহজনী জীয়াই থাকিবলৈ আটাইবোৰ কৌশলকে শিকি লৈছে।

ঘৰটোৰ কোঠা এটা বঢ়াবলৈ বহুত দিন কলো। আহলী-তুলহী আহিলে মজিয়াতে এখন বিচনা কৰিবলগীয়া হয় ইফালে সীমাজনী ডাঙৰ হৈ আহিছে। কম এটা বঢ়াব নোৱাৰিলে ভালেমান অসুবিধাৰ সন্মুখীন হব লগীয়াত পৰে। তাতে এইবাৰ যদি এওঁৰ পৰীক্ষাৰ ফলাফল আশানুৰূপ হয় তেনেহলে বহুতেই খবৰ কৰিবলৈ আহিব। হয়তো দুই এজন ৰাতি থকা আলহীও হব। মাইঁতেও খবৰ কৰি আছে। কেৱল মা আহিলে অৱশ্যে বিশেষ অসুবিধা নহয়। মাৰ মতে এনেকুৱা জোৱাই হাজাৰৰ মাজত এজন। মা আহিলেশাহু আৰু জোৱাইৰ মাজত লানি নিচিগা আলোচনা। মাৰ পৰামৰ্শ মতে এওঁ চলি ভালো পায়। আচলতে মাৰ এটা বিশেষ ধৰণৰ ব্যক্তিত্ব আছে। দুয়োজনৰ মাজত এটা ভাল বুজাপৰা আছে। মাক-পুতেকৰ সম্পৰ্কৰ দৰে। কিন্তু দাদাবৌহত আহিম আহিমকৈ আছে। আহিলে ক'ত থাকিব দিম মোৰ সেইটোৱে চিন্তা। মানবেন্দ্ৰৰ ঘৰত দহজন আলহী আহিলেও কোনো অসুবিধা নহয়। মানবেন্দ্ৰৰ লগত তুলনা মোৰ এইবোৰ কথাতে হয়। নিজক কিবা নিঃকিনৰ দৰে লাগে। ইফালে মালবীকাই কৈয়েই আছে। এইবাৰ তাই মোৰ ইয়াতে থাকিয়ে বোলে ডেলিডেভিৰি কৰাব। আগে-পাচে প্ৰায় এমাহকাল থাকিব। নাহিবলৈকো কোৱা টান। লাজ লাজ লাগে। মোৰ ইয়াতে ঘৰ থাকোতে তাই যদি হোটেলত থাকিব-লগীয়া হয় মোৰেই বা সন্মান থাকিব ক'ত। সিহঁতে বুজিবলৈ চেষ্টা নকৰে মোৰ অসুবিধা কিমান। কথা প্ৰসঙ্গত মই এবাৰ মানবেন্দ্ৰৰ হাতখনৰ কথা কৈছিলো। মই কৈছিলো ডেলিডেভিৰি কৰাৰ সময়ত মানবেন্দ্ৰই যাদুৰ পৰশ সানে। কোনো সংশয়ৰ কাৰণ নাই বুজি

প্ৰশংসা কৰিছিলো। সেই কাৰণে হস্পিটেলত থাকিব নোখোজে। মোৰ ইয়াতে থাকি ভালকৈ পৰীক্ষা-নিৰীক্ষা কৰাই মানবেন্দ্ৰৰ হতুৱাই ভেলিভেৰি কৰাব। টকা-পইচা যি লাগে দিবলৈ তাই মাস্তি আছে। কেৱল নিৰ্ভৰযোগ্য হব লাগে। তাইৰো বোধহয় মানবেন্দ্ৰৰ কাৰণে ক'ৰবাত এটা দুৰ্ব্বলতা থাকি গ'ল। মালবীকাৰ লৰা-ছোৱালীহাল মৰম লগা হৈছে। গাওঁলীয়া অঞ্চলত গিৰিয়েকে শিক্ষকতা কৰে। ভাল ডাক্তৰ পাবলৈ নাই। আগৰ দুবাৰ মাৰ ঘৰতে উঠিছিল। প্ৰতি-বাৰতে মাক কষ্ট দিবলৈ ইচ্ছা নকৰে। মাৰ আচলতে কোনো অসু-বিধা নহ'লহেঁতেন, কিন্তু ভয় কৰে। লৰাটো হোৱাৰ সময়ত চীজে-ৰীয়ান কৰিবলগীয়া হৈছিল। শিক্ষক হলেও মালবীকাৰ গিৰিয়েক এজন সৎ মানুহ। অৱস্থা টনকিয়াল কৰিব পৰা নাই। এইবাৰ অপা-ৰেছন কৰি লব। তাৰ পাছত তাইকো মাষ্টৰণীৰ কামত সুমুৱাই দিয়াৰ কথা। দুয়োজনে চাকৰি কৰিলে আৰু গিৰিয়েকে যদি কেইটামান টিউচন কৰিব পাৰে ভালদৰে চলিব পাৰিব। তাৰোপৰি গাওঁত খৰছ বুলিবলৈ খুব এটা নাই। মোতকৈ সিহঁতৰ অৱস্থা ভালেই বুলিব লাগে। আন নহলেও মনৰ আনন্দৰ কাৰণে এহাল লৰা-লোৱালী আছে। এইবাৰ বা কি হয়। লক্ষণপাতিৰ কথা যি শুনিছো ছোৱালী হোৱাৰ সম্ভাৱনাই বেছি।

ৰমলাৰ মুখত খবৰটো শুনি কেনেকুৱা লাগিল চিন্তাই কৰিব নোৱাৰা হলো। কেইদিনমানৰ ভিতৰতে হেনো বাবাৰ অহাৰ কথা। মোৰ ইয়াত থাকিব পাৰিলে ভাল পাব বুলি লিখিছে। মোৰ কথা আৰু কিবা লিখিছে নেকি সুধিলো। মোৰ পেটে পেটে খং উঠিছিল। থাকিব বুলি কৈছে মোৰ ঘৰত আৰু চিঠি লিখি জনাইছে ৰমলালৈ। মোৰ ইয়াত উঠিব বুলি লিখা কথাটো মোৰ সমূলি ভাল লগা নাই। মোলৈ অন্ততঃ চিঠিখন লিখিব পাৰিলেহেঁতেন। ইয়াঁৰ পৰা ইয়াকে অনুমান কৰিব পাৰি যে বাবাৰ আকৰ্ষণ ৰমলাহঁতৰ প্ৰতি বেছি। মই তাৰ মানে প্ৰকৃত শিষ্যা হব পৰা নাই। মোৰ গুৰু দক্ষিণা আৰু মানসী নিয়ন্ত্ৰণৰ হৈছে নেকি? মানুহক সন্তুষ্ট কৰা যে কিমান টান

কাম তাক মই আজিও বুজিব পৰা নাই। অভিজ্ঞতা অৰ্জন কৰোতেই জীৱনৰ আধাদিন পাৰ হৈ গ'ল। জীৱনকালৰ যি সময়চোৰা উপ-ভোগ্য বুলি ধাৰণা কৰিছিলো সেইখিনি সময় কেৱল মাথোন লাভ-লোকচানৰ যোগ বিয়োগ কৰিয়ে নিশেষ কৰিলো। ফল হ'ল নিগেটিভ্।

মালবীকা, মা, বাবা আটায়ে আছি যদি ঘৰ ভৰি পৰে মই কেনেকৈ চম্ভালিম। তাৰোপৰি জিতেন্দ্ৰৰ অনুপস্থিতত বাবাক মোৰ ইয়াতে উঠিবলৈ দিয়া মানে মোৰ দুৰ্ব্বলতাকে প্ৰকাশ কৰা হব। জিতে-ন্দ্ৰৰ গবেষক মনে মোৰ প্ৰকৃতি সম্বন্ধে যদি গবেষণা আৰম্ভ কৰে মই জীয়াই থকাই টান হৈ পৰিব। বাবা মোৰ ইয়াতে উঠিব বুলি কৰা প্ৰস্তাৱটোত কোনো প্ৰকাৰৰ ষড়যন্ত্ৰ নাইতো! ৰমলাহঁতৰ আহুকাল হব বুলি মোৰ ইয়াতে থকাৰ ব্যৱস্থা কৰিছে নেকি? প্ৰস্তাৱটো বাবাৰ নে ৰমলাৰ মাকৰ ভালকৈ বুজিব নোৱাৰিলো। মানুহৰ মতলব বুজা টান। যিকোনো প্ৰকাৰে অৱস্থাটোৰ সলনি কৰিবলৈ যত্ন কৰিব লাগিব। ৰমলাক পাকে প্ৰকাৰে বুজাব লাগিব যে বাবা মোৰ ঘৰত উঠিলে ভা/লমান অসুবিধাৰ সন্মুখীন হব লাগিব। এই সময়ত বাবা অহাৰ কথাটো মই একো বুজিব নোৱাৰিলো। এই নিমন্ত্ৰণ ৰমলাৰ মাকৰ বাহিৰে আন কাৰো নহয়। প্ৰসঙ্গক্ৰমে ৰমলাৰ মাকে এদিন কৈছিল যে বাবাৰ হেনো কৰিবলগীয়া আৰু অলপ কাম আছে। বাবাই গৰ্ভস্থ সন্তানৰ মঙ্গলৰ কাৰণে কিবা বিশেষ উপাসনা কৰাৰ কথা ভাবিছে নেকি? সময়মতে বাবা এবাৰ আহিব বুলি মোকো কৈছিল। সময় বা কেতিয়া হব সেই কথাহে ভালকৈ বুজিব পৰা নাছিলো। মানবেন্দ্ৰৰ মতে মই এতিয়া সম্পূৰ্ণ বেষ্টত থকাৰ সময়। বাবা ইয়াত উঠিলে মই ক'ত বেষ্ট পাম। ৰমলাৰো অৱশ্যে একেই অৱস্থা, কিন্তু ৰমলাৰ মাক খালী মানুহ। তেওঁলোকৰ কোনো অসুবিধা নহব। কিন্তু ভয় হয় জানোচা বাবাৰ আশীৰ্বাদৰ পৰা বঞ্চিত হৈ যাও। এটা সময়ত এই দুৰ্ব্বল ধাৰণাক মই কোনো প্ৰশ্ৰয় দিয়া নাছিলো। লাহে লাহে দুৰ্ব্ব-লতাই মোক পাই বহিছে। দুৰ্ব্বলতাই মোক এনেকৈ আক্ৰমণ কৰিছে

যে প্ৰতিটো কামতে আতক্কৰ ভাব পৰিলক্ষিত হোৱা যেন পাওঁ। বাবা যদি প্ৰকৃততে অন্তৰ্দৰ্শী পুৰুষ হয়, মোৰ অৱস্থাটো বুজি পাব লাগে। নাৰায়ণক নিজগুণে সন্তুষ্ট হবলৈ মই প্ৰণিপাত জনাম। এটা বিষম সমস্যাৰ সমাধান কৰি নিদিলে মই বৰ বিপদগ্ৰস্থ হম। তাৰোপৰি সীমাজনীয়ে বাবাৰ কথা শুনিয়েই আকৌ গহীন হৈ পৰা দেখিছো। বাবাৰ লগত মোৰ সম্পৰ্ক কি ধৰণৰ সেই বিষয়ে তাইক যে কোনোবাই আঘাত কৰিছে সেই বিষয়ে মোৰ এতিয়া আৰু কোনো সন্দেহ নাই। সীমা নালাগে আন কোনোৱে নাজানে। মই বেয়াকৈ কতো ধৰা পৰা নাই। সন্দেহৰ ওপৰত ভিত্তি কৰি এই কুমলীয়া ছোৱালীজনীৰ কোনোবাই সৰ্ব্বনাশ কৰিলে। মানুহ কিমান দুষ্কৃতি পৰায়ন হব পাৰে কল্পনাই কৰিব নোৱাৰি। মইতো কাৰো শান্তি বিনষ্ট কৰা নাই। সীমাই যদি নিজৰবৰীয়াকৈ সন্দেহ কৰে তেনেহলে তাই মোৰ সন্তানৰ অযোগ্যা। জিতেন্দ্ৰয়ো মোক সন্দেহ কৰে নেকি? জিতেন্দ্ৰই যদি মোৰ দুৰ্ব্বলতাৰ কথা জানে তেনেহলে জিতেন্দ্ৰৰ ওচৰত মোৰ কেৱল মুখ উলিওৱাই নহয় বাচি থকাও টান হব। জিতেন্দ্ৰই তেনেহলে মোক এজনী প্ৰখ্যাত গণিকা হিচাবে গণ্য কৰিছে নেকি? আজিলৈ জিতেন্দ্ৰই মোৰ সতীত্ব সম্পৰ্কে কোনো প্ৰশ্ন উত্থাপন কৰা নাই। সন্দেহৰ চকুৰে চোৱাও দেখা নাই। কিন্তু ক'ৰবাত যেন এটা পাক আছে তেনে লাগে। পাক খুলিব পাৰিম নে নোৱাৰিম তাকো কব নোৱাৰো। পৃথিবীৰ সকলো মানুহে মোৰ ওপৰত যি ধাৰণা পোষণ কৰে কৰক তাত মোৰ কোনো আপত্তি নাই। তেওঁলোকৰ লগত মুখামুখী হোৱাৰ সাহস মোৰ আছে, কিন্তু জিতেন্দ্ৰৰ লগত নাই। জিতেন্দ্ৰয়ো যদি মোক সন্দেহ কৰে তেনেহলে মোৰ কাৰণে মৃত্যু একমাত্ৰ পথ। প্ৰতি চেকেণ্ডত পৃথিৱীৰ দুজনকৈ মানুহে মৃত্যু বৰণ কৰে। চব্বিশ ঘণ্টাৰ ভিতৰত এক লাখ বাসত্তৰ হাজাৰ আঠ শ মানুহ পৃথিবীৰ পৰা চিৰ বিদায় লৈ আছে। তাৰে এজন ময়ো হম। আশালৈ বাচি থকাৰ সপোন মোৰ চুৰমাৰ হৈ যাব। এজন প্ৰকৃত স্বামীক প্ৰতাৰণা কৰাৰ যি পাপ সেই পাপক আকৌ দূৰ গৈ মই এদিন মৰিবই লাগিব। কেইদিনমান আগতে

বা শিহুতে। সপোনৰ ৰূপ দিব নোৱাৰো সকলৰ মায়া একুন হয়। আজি মোৰ আক্ষেপ কৰিবলগীয়া আৰু নাই। পঙ্কিলময় জীবন এটা যাপন কৰাতকৈ মোৰ মৃত্যুৱেই শ্ৰেয়। ভগবানে মোক লৈ ইমান ছলনা কৰাৰ কোনো প্ৰয়োজন নাছিল। জিতেন্দ্ৰৰ হাতত ধৰা পৰা মানে সমগ্ৰ পৃথিবীৰ মানুহৰ মাজতে মই ধৰা পৰি যোৱা। সমাজত মূৰ তুলি বাচি থকাৰ পৰিকল্পনা মোৰ ভাঙি টুকুৰা-টুকুৰ হ'ল। অপৰাজিতাই বাৰে বাৰে পৰাজয় বৰণ কৰি অতি তুচ্ছ হৈ গ'ল। মই যিমানেই চেষ্টা কৰিছো সিমানে ক্লান্ত শ্ৰান্ত হৈছো। মন মোৰ হেজাৰ বিষেৰে ভৰি পৰিছে। এটা মানসিক অন্তৰ্দ্বন্দ্বলৈ বাচি থকাৰ মোৰ আৰু সাহসো নাই ধৈৰ্য্যও নাই। পূৰ্বজন্ম, পৰজন্ম, নিয়তি প্ৰাক্তন আদিত বিশ্বাস নথকা মানুহজনীয়ে আজি তাৰেই বলি হৈ গ'ল। অদৃষ্টৰ কি পৰিহাস। এয়াও কি জীৱন, নে প্ৰহেলিকা?

নিদাঘ দাহিত দিনকেইটা মোৰ অসহ্য লাগে। এইবাৰ যেন গৰমৰ প্ৰখৰতা আৰু বেছি হৈছে। দিনবোৰ শেষ হৈ আহিব নোখোজে। বৰষুণৰ পৰিমাণ অসমান। কোনো অঞ্চল বন্যা প্ৰপীড়িত হৈছে আৰু কোনো অঞ্চল খৰাঙৰ কবলত পৰিছে। ভৰা শাওণ মাহত পৃথিবী ফাট মেলিছে। সেউজীয়া পৃথিবী প্ৰতিদিনে পুৰি পুৰি ৰঙচুৱা হৈছে। ক'ৰবাত আকৌ বানে উটুৱাই অনা পলসেৰে গছপাতবোৰে প্ৰলেপ সানি নিজ নিজ ৰূপৰ সলনি কৰিছে। প্ৰকৃতিতে মানুহৰ মনৰ ওপৰতো বিভিন্ন ধৰণৰ প্ৰলেপ পৰি সত্য ৰূপ চিনিব নোৱাৰা হৈ পৰে। প্ৰকৃতিয়ে ৰূপ সলনি কৰাৰ নিচিনাকৈ মোৰ মনৰ ৰূপ বহুৰূপী হৈছে। এই বহুৰূপবোৰে মোৰ সত্যপথ উপলব্ধি কৰাত আউল লগাইছে। কি কৰিব খুজি যে কি কৰি পেলাওঁ তাক হিচাব কৰি লব নোৱাৰো। পৃথিৱীৰ ৰঙে মানুহৰ মনৰ ৰং সলনি কৰে। পৃথিৱীৰ মায়াত সকলো মানুহ আবদ্ধ হৈ পৰে। প্ৰকৃতিৰ নিষ্ঠুৰতাই কেতিয়াবা কেতিয়াবা মানুহৰ শতকৰা আশীভাগৰ আশা ভঙ্গ কৰে। বাকী বিশভাগৰ বাচি থকাৰ পৰিকল্পনাৰ স্থিতিস্থাপকতা সকলো অৱস্থাতে অটুট থাকে। সেই বিশভাগ পুণ্যাত্মা। বাচিথকাৰ সংগ্ৰাম কৰা বা সংগ্ৰাম কৰি বাচি

থাকিব জানে। আশীভাগে পৃথিৱীৰ বুকুখানি চিৰাচিৰ কৰিব লোৱাবিলে বাচি থাকিবলৈ সাহস নাপায়। পৃথিৱীৰ মাটি কোমল হলে তেওঁ-লোকৰ মনবোৰ কোমল হয়। কোমল পৃথিৱীৰ ৰস সেৱন কৰি গছ-লতা, পশুপক্ষী আৰু বাকী জীৱ ৰসাল হব খোজে। নতুন নতুন পৰিকল্পনা কৰিবলৈ প্ৰেৰণা লাভ কৰে। কোনোৱে পাৰে আৰু বহুতেই বিফল মনোৰথ হৈ নির্ব্বিকাৰ হৈ পৰে, স্থবীৰ হৈ যাব খোজে। উদ্যম হেকৱাই বিকাৰগ্রস্ত হব লগীয়াত পৰে। জীৱনটোক এটা সমস্যা হিচাবে লয়। সমস্যাৰ সমাধান নাই বুলি ভাবে। সমাধাণৰ কাৰণে প্ৰেৰণাৰ উৎসও শুকাই যোৱা বুলি ভাবে। জীৱন হৈ পৰে আবর্জনা স্বৰূপ। এটা গ্লানিৰ ভাবে মনত যোপনি পোটে। হাবি যোৱাৰ ভয়ত বাৰে বাৰে কঁপি উঠে। শেষবাৰৰ চেষ্টা কৰি চাবলৈ মনক প্ৰবোধ দিয়ে। চিত্ত সংযত কৰিব খুজি অসংযত হৈ পৰে। অমৰ হৈ বাচি থকাৰ পৰিকল্পনা ভাঙ্গি চুৰমাৰ হৈ যায়। আজি ময়ো সেই একে অৱস্থাৰ সৈতে মুখামুখী হৈছো। এটা পৰম্পৰা বহন কৰি ময়ো বাচি থাকিব খুজিছিলো। ৰাখিব খুজিছিলো অমৰ স্বাক্ষৰ চন্দ্ৰ সূৰ্য গ্ৰহতৰা থাকেমানে ব্ৰহ্মাণ্ডৰ বুকুত। কিন্তু মই বাৰে বাৰে একে ভুলকে কৰিছো। মই ৰাখিব খুজিছো কাৰ পৰম্পৰা। অজ্ঞাত কুলশীলৰ বংশধাৰা মোৰ গৰ্ভত ধাৰণ কৰি মই হব খুজিছো অমৰ। এই অমৰত্বই মোক মুক্তিৰ সন্ধান নিদিয়ে। ই বহন কৰিব অন্তহীন অকৃত গ্লানিৰ অবিচ্ছিন্ন ধাৰা। মোৰ বিচাৰ বুদ্ধি, নীতি আৰু দর্শন সকলো ভুল হৈ গৈছে। মোৰ জীৱন কালতে ভগৱানে মোক পাপৰ ফল ভোগ কৰাইছে। মোৰ প্ৰাপ্য শাস্তি মই পাইছো, কিন্তু আৰু কিমান পাবলৈ বাকী।

একে একে সকলো আহিল। মালবীকা, মা, বাবা সকলো আহিল। জিতেন্দ্ৰ আৰু মানবেন্দ্ৰও আহিল। মোৰ ঘৰখন ভৰি পৰিল। বাবা অৱশ্যে মই কব নোৱাৰাকৈয়ে বমলাৰ ঘৰতে উঠিল। মালা বিপদৰ অন্তত এটা আতৰিল। ভগৱানে বোধহয় মোৰ মনৰ অৱস্থাটো উপলব্ধি কৰিব পাৰিছে। মানবেন্দ্ৰ আৰু জিতেন্দ্ৰই ঘৰত

কোনো খবৰ নিদিয়াকৈ আহিল। বেল ষ্টেচনৰ পৰাই টেক্সি এখন লৈ মোৰ পদূলিমুখতে নামিল। মানবেন্দ্ৰই এটা সৰু কাগজৰ টোপোলা মোৰ হাতত তুলি দি মধুৰ সম্ভাষণ জনালে। মুখত এটা মিচিকীয়া হাঁহি। মই দুঃখৰ মাজতো সুখ অনুভব কৰো। জিতেন্দ্ৰৰো মনত এটা যেন প্ৰফুল্লতাৰ প্ৰতিচ্ছবি। পৰ্দাখনৰ ফাকেৰে মালবীকাই এটা ভুমুকি মৰাৰ মোৰ চকুত পৰিল। পিচফালৰ বাগানত ব্যস্ত থকা মাত আহিল। কুশল বতৰা লৈ আৰু ভিতৰ সোমাল। ছোৱালী কেইজনীৰ মনত এটা আনন্দৰ ৰেখা প্ৰতিভাত হল। যেন বহুদিনীয়া বিপদ এটাৰ এইমাত্ৰ অবসান ঘটিল।

মানবেন্দ্ৰই বিশেষে কোনো ভূমিকা নকৰাকৈ পৰীক্ষাবোৰ ভালদৰে সম্পাদন হোৱা বুলি কলে। জিতেন্দ্ৰৰ আটাইবোৰ পৰীক্ষা হেনো নিখুতভাবে সম্পন্ন হৈছে। মোৰ হাতত থকা টোপোলাটো কি কৰিব লাগিব সুধিবো নোৱাৰিলো। সদায় হোৱাৰ দৰে মানবেন্দ্ৰৰ ওচৰত মোৰ চিত্তৰ চাঞ্চল্য ঘটিল। কিমানদিন এই মানুহজনৰ লগত দেখা সাক্ষাত বা পৰিচয়। তথাপি কিয় জানো মানুহজনৰ ওচৰত মই নাৰ্ভাচ অনুভব কৰো। পৰীক্ষা সম্বন্ধে মই কি সোধা উচিত তৎমুহূৰ্ত্তত একো চিন্তা কৰিব নোৱাৰিলো। পৰীক্ষাৰ ৰিজাল্টবোৰ লগতে আনিছে নে কাগজে পত্ৰই প্ৰকাশ পাব একো সুধিব নোৱাৰিলো। অথচ ইমানদিনে তেওঁলোক আহি পোৱাৰ লগে লগে কি প্ৰশ্নবোৰ কৰা উচিত হব সেই বিষয়ে বহুতো জল্পনা কল্পনা কৰি আছিলো। মই একোৱে সুধিব নোৱাৰিলো। তেওঁলোক দুজনে পৰীক্ষা সম্বন্ধীয় কিবা আধৰুৱা আলোচনা কৰাত ব্যস্ত হৈ পৰিল। কথাৰ আঁত ধৰাত মই অসুবিধা পালো। ইতিমধ্যে মালবীকাই দুকাপ চাহ আনি তেওঁলোকৰ সন্মুখত থলে। সৰু টিপয়খনত মানবেন্দ্ৰৰ চাহ কাপ থৈ অলপ আগবঢাই দিব খোজোতেই চাহ কাপ বাগৰি পৰিল। মালবীকা অসম্ভব অপ্ৰস্তুত হৈ পৰিল। মানবেন্দ্ৰই অনুযোগ কৰি কলে যে চাহ কাপ কিজানি আন্তৰিকতাসহ দিয়া হোৱা নাছিল। এই সময়খিনিতে ময়না দৌৰি আহি মানবেন্দ্ৰৰ কোলাতে জাপ মাৰি উঠিল। পৰিস্থিতিটো

সামান্য সলনি হ'ল। উঠিব লাগিছিল জিতেন্দ্ৰৰ কোলাত, উঠিল কাৰ কোলাত। তায়ো কিবা ভুলকে কৰিছে নেকি? মালবীকাৰ অবয়বটোৰ প্ৰতি মানবেন্দ্ৰই চকুৰ পচাৰতে যেন কিবা এটা লক্ষ্য কৰিলে। বিশেষ কোনো মতামত নিদিলে। মালবীকাই আৰু একাপ চাহ লৈ অহাৰ সাহস নকৰিলে।

মালবীকাৰ কথাটো মই মানবেন্দ্ৰৰ আগত কলো। মানবেন্দ্ৰক সময় হলে আবেলিলৈকে এবাৰ পৰীক্ষা কৰি চোৱাৰ কথাও কলো, তাইৰ মতে আৰু কেইদিন মান থাকিব লাগে। আবেলিকৈ সময় নহব বুলি মানবেন্দ্ৰই লগে লগে পৰীক্ষা কৰি যাব বুলি কলে। ইমান দিনৰ মূৰত উভতি আহিছে। এতিয়ালৈকে ঘৰ পোৱা নাই। মানুহজনক এই ধৰণে কষ্ট দিয়া মোৰ উচিত হোৱা নাই। খুব স্বাৰ্থপৰ হোৱা যেন লাগিল। মানুহজনে কি ভাবিব। প্ৰণীতাই বা কি কব। মালবীকাজনীৰ কাৰণে ইমান ব্যস্ত হব লগীয়াত পৰিল।

শোৱনী কোঠাৰ ভিতৰতে মানবেন্দ্ৰই মালবীকাক পৰীক্ষা কৰি চালে। মালবীকাক তাৰিখ ভুল হোৱা বুলি কলে। প্ৰায় চৌব্বিশ ঘণ্টাৰ ভিতৰতে মালবীকাৰ নৰমেল্ ডেলিভেৰি হব বুলি কলে। কোনো জটিলতা নাই বুলি কলে। লৰা হবনে ছোৱালী এনেয়ে সুধি পেলালো। মানবেন্দ্ৰই আকৌ ওলোটা প্ৰশ্ন কৰিলে। কি সন্তান হলে মই ভাল পাম সুধিলে। মই লৰা হলে ভাল পাম বুলি কলো। অন্ততঃ মালবীকাই ভাল পাব। মানবেন্দ্ৰই লৰাই হব লাগে বুলি কলে। কেনেকৈ বা জানিলে কব নোৱাৰো। হয়তো মোক ভাল লগাবৰ কাৰণেই তেনেকৈ কলে। যদি ছোৱালী হৈ যায় তেতিয়া কব ডাক্তৰবোৰ সৰ্ব্বজান নহয়। কোনো দ্বিধা নোহোৱাকৈ কৈ দিব। মানবেন্দ্ৰই এই ধৰণে সকলো সময়তে কৈ আহিছে। মোৰ খুব লাজ লাগিল। মোৰ দুৰ্ব্বলতাখিনি মানবেন্দ্ৰৰ ওচৰত ধৰা পৰি গ'ল। এটা সময়ত মানবেন্দ্ৰ গ'ল। বেন্দ্ৰলৈ হেনো অলপ পাচতে যাব লাগিব। বিশেষ কাম আছে।

মালবীকাৰ মহা আনন্দ। মাৰো, লগতে। ভালেমান সময় মালবীকাই

কেবল মানবেন্দ্ৰৰ কথাকে কলে। তাইৰ হেনো পৰীক্ষা কৰাৰ সময়ত খুব লাজ লাগিছিল। হাজাৰ হওক মানবেন্দ্ৰ এজন বেলেগ পুৰুষ। হলেও মানবেন্দ্ৰক মালবীকাই দেৱতা জ্ঞান কৰে। অতীতৰ কিছু স্মৃতিয়ে মালবীকাক সাধাৰণভাবে হলেও দুৰ্ব্বল কৰে। তায়ো বোধহয় এটা তুলনা কৰে। তুলনা সকলো ছোৱালীযে কৰে। কি হলহেতেন বা নহলহেতেন ইত্যাদি চিন্তা কৰি বেদনা পাহৰিবলৈ যত্ন কৰে নাইবা বেদনা আৰু গধুৰ কৰে। মালবীকাই খুব আশা কৰিছিল তাইৰ প্ৰস্তাৱটো মানবেন্দ্ৰই নিশ্চয় প্ৰত্যাখান নকৰে। মানবেন্দ্ৰৰ লগত সেই কাৰণে আজিলৈকে সহজ হব পৰা নাই। মানবেন্দ্ৰয়ো কিজানি কেতিয়াবা অতীতৰ এই কথাবোৰ চিন্তা কৰে। মালবীকাই মানবেন্দ্ৰক একোৱে সুধিব নোৱাৰিলে। মাত্ৰ মানবেন্দ্ৰই সোধা দুই এটা প্ৰশ্নৰ উত্তৰ যন্ত্ৰৰ দৰে দি গৈছিল। মোৰ মুখত পুত্ৰ সন্তান হব বুলি শুনি মালবীকা আৰু আনন্দিত হোৱা মোৰ চকুত পৰিল। মই দুঃখ পাম বুলি ভাবি তাই কিন্তু লৰা বা ছোৱালী যি হয় তাতে সন্তুষ্ট হব বুলি কলে। কেবল ভালে ভালে হব লাগে। সচাঁকৈয়ে মালবীকা মোতকৈ বহুত সুখী। তাইৰ এজনী ছোৱালী, দুটা লৰাৰ সৈতে এখন মনে বিচৰা সংসাৰ হব। তাইৰ জীয়াই থকাৰ এটা অৰ্থবোধ হব। ভগৱানৰ ওচৰত কৃতজ্ঞ হৈ যাব। আগাগোৰা ভগৱান আৰু ভাগ্য বিশ্বাসী ছোৱালীজনী এটা নিৰুদ্বিগ্ন জীৱন যাপন কৰাত অভ্যস্ত হৈছে। পোৱা সকলোখিনি ভগৱানৰ বিচাৰ মতে হোৱা বুলি ভাবে।

ইমান দূৰণিবটীয়া এটা ভ্ৰমণৰ পাচতো জিতেন্দ্ৰই তাৰাতাৰি গা-পা ধুই কেইটামান ভাত খাই লেৱৰেটৰীলৈ গ'ল। ভালেমান প্ৰশ্ন সোধা হ'ল। তাৰে হয়তো কিছুমান অপ্ৰাসঙ্গিকো আছিল। কিছুমান প্ৰশ্নৰ কোনো উত্তৰ নিদিলে। বোধহয় উত্তৰ দিয়াৰ প্ৰয়োজন বোধ নকৰিলে। পৰীক্ষাৰ ফলবোৰ ওলোৱা বুলি কলে, আৰু কৈ গহীন হৈ পৰিল। গহীন মানুহজনক দেখি মোৰ অলপ ভয় লাগিল। পৰীক্ষাৰ কৃতকাৰ্য্যতা কাৰ বুলি সোধা প্ৰশ্নৰ পাছত আৰু বেছি গহীন

হোৱা যেন লাগিল। কোনো সমিধান নিদিলে। মই কিবা সুস্থ্যিবলগীয়া প্রশ্ন কৰা বুলি বেয়া লাগিল। প্রায় এমাহকাল পাছত উভতি আহিল। ঘৰত থকা প্রাণী কেইটাৰ প্রতি এটা আকর্ষণ মোৰ চকুত নপৰিল। সীমাজনীয়ে যথেষ্ট ব্যস্ততাৰে বাপেকৰ সকলো আলটপচান ধৰিলে। তাইৰ লগত অন্য সময়ত দুই এটা চুপতি কৰে। আজি কিন্তু একো কৰা মই দেখা নাপালো। মালবীকা কেতিয়া আহিল, কেনে আছে একো সুস্থিলে। অৱশ্যে সীমাক সকীয়াই দিছে যাতে মাহীয়েকৰ যত্নৰ ক্রুটি নহয়। কেই মিনিটমান মাৰ লগত কথা পতা মোৰ চকুত পৰিছিল। কি বিষয়ে কথা পাতি'ল একো কব নোৱাৰো। সিমান প্রয়োজনীয় যে নহয় সেই কথা মই আগৰ অভিজ্ঞতাৰ পৰাই জানো। মালবীকাৰ যত্নৰ কথাখিনি কব লাগিছিল মোক। একো নকলে। মোৰ স্বাস্থ্য কেনে আছে তাকো সুস্থিলে। মোৰ ওপৰত মানুহজনৰ কোনোবাখিনিত এটা গভীৰ অভিমান থাকি গ'ল। মানুহ-জনক মই যিমানে কাষ চপাই আনিব খুজিছো সিমানে আতৰি যোৱা যেন লাগিছে। অতি সন্তর্পণে আৰু ধৈর্য্য সহকাৰে অপেক্ষা কৰাত বাহিৰে মোৰ অন্য কোনো উপায় নাই ঃ সমাগত দিনবোৰৰ কাৰণে মোৰ এটা ভয় হৈছে। দিনবোৰে মোৰ কিবা বিপদ কঢ়িয়াই আনিব যেন লাগে। চিন্তাৰ অনলে মোক দেই পুৰি মাৰে। চিন্তাৰ প্রাবল্যই মোক দুর্ব্বল কৰিলে। কলিকতালৈ গৈ মানুহজন আৰু কিছু সলনি হৈ অহা যেন লাগিছে। মা, মালবীকাইতো কিজানি এই অৱস্থাটো লক্ষ্য কৰিছে। মোৰ ওপৰত আৰু সংসাৰখনৰ বা কি ধাৰণা মালবীকাই লৈছে কব নোৱাৰো। অথচ মানবেন্দ্র ঠিক একেদৰেই আছে। কোনো পৰিবর্ত্তন মোৰ চকুত নপৰিল। এজন সুন্দৰ আৰু বিনীত ভদ্রলোক। স্বভাবশীল আনন্দৰ এখন সজীৱ ছবি। মানুহৰ কিমান ব্যৱধান। একযুগ ধৰি একেলগে থাকিও এই মানুহজনক মই বুজিব নোৱাৰিলো। আচলতে মই বোধহয় মানসিক বিকাৰগ্রস্ত ৰোগী। মোৰ মনৰ ভাৰসাম্য ৰাখিব পৰা নাই। কিজানি মই কোনো ঘটনাকে ভালদৰে অধ্যয়ন বা বিশ্লেষণ কৰিবলৈ শিকা নাই। সকলো কথাতে এটা

খেলি-মেলি ভাব। বাৰে বাৰে মতৰ সলনি হয়। ভাল বেয়া, ভুল শুদ্ধ স্থিৰ কৰিব নোৱাৰাটো বোধহয় মানসিক ৰোগৰে পৰিচায়ক। মোৰ সোঁৱৰণীখন চাই বাপুৱে এভাগ শনি পূজা আগবঢ়াব কৈছিল। জন্ম লগ্নত হেনো দুষ্ট গ্ৰহই খেলা কৰে। প্ৰতিকাৰৰ কাৰণে পাথৰ ধাৰণ কৰিব কৈছিল। নীলা, গোমেধ নে প্ৰবাল মোৰ ভালকৈ মনত নাই। মোৰ হেনো শনিৰ দশা অতিক্ৰম হৈছে, কিন্তু বৃহস্পতিৰ দশাত সম্প্ৰতি শনিৰ অন্তৰ্দশা চলি আছে। বৃদ্ধ গুৰুৱে সহায় কৰিব পৰা নাই। ইয়াৰ পাছতে ৰাহুৰ দশা। ৰাহুৰ দশাকাল বোলে বাৰ বছৰ। ৰাহুৰ দশাকাল ভোগকাৰী সকলে আদিতে কিছু সফলতা লাভ কৰিলেও অন্তিম কালচোৱা দুৰ্ব্বিহ হৈ পাৰে। মোৰ নিজৰ জীৱনত ফলিওৱা ঘটনাবোৰৰ পৰা এনে লাগে মই যেন ৰাহুৰ অন্তিম অৱস্থা প্ৰাপ্ত হৈছো। এজনী তিৰোতা মানুহৰ কাৰণে কিমান অশান্তি বহন কৰাৰ সাহস থাকিব পাৰে? মই ধৈৰ্য্যৰ শেষ সীমাত উপনীত হোৱা যেন লাগে। ঘটনা প্ৰৱাহে বিৰূপ ক্ৰিয়া কৰিলে মই প্ৰাণকে বিসৰ্জন দিব লাগিব। অথচ বাপুৰ মতে মোৰ এতিয়া বৃহস্পতিৰ দশা চলিব লাগে। তেনেহলে এই বিপৰ্য্যয়বোৰ কিয় সংঘটিত হব ধৰিছে। বাপুৱে সাধাৰণতে সিমান ভুল কৰিব নালাগে। বৃদ্ধ গুৰুৱে পাৰ্য্যমানে সহায় কৰিবলৈ যত্ন কৰিছে। এই ভালেই হয়তো মোৰ কাৰণে বহুত ভাল। যি দিন আহি আছে সি নিশ্চয় আৰু কাল হৈ দেখা দিব। হয়তো জীৱন একেবাৰে অসহনীয় হৈ উঠিব। দুই এদিনতে সোৱৰণীখন এবাৰ দেখুৱাই আনিব লাগিব। কবচ বা মহাকবচ যি লাগে তাকে পৰিধান কৰিব লাগিব। দুৰ্দ্দিন প্ৰতিহত কৰাৰ নিশ্চয় কিবা প্ৰতিকাৰো আছে। শাৰীৰিক ৰোগ নিৰাময়ৰ কাৰণে যেনেকৈ বিশেষ বিশেষ ঔষধ বা ব্যৱস্থা গ্ৰহণ কৰা হয় তেনেকৈ মই যি ধৰণে ভোগ কৰি আছো তাৰো নিশ্চয় কিবা প্ৰতিকাৰৰ ব্যৱস্থা আছে। জিতেন্দ্ৰ সোণকালে উভতি আহিব বুলি কৈ গৈছে। মালবীকাৰো গা ভাল নহয় বুলি মানবেন্দ্ৰই কৈ গৈছে। মোৰ মনটো স্থিৰ কৰি লব লাগিব। অবাস্তৱ কথা কৈ জিতেন্দ্ৰক

বিৰক্ত কৰা উচিত নহয়। অপ্ৰগল্ভ মানুহজনে কামৰ আৰু চিন্তাৰ হেচাতহে কিজানি আমাৰ প্ৰত্যেকৰে সুকীয়াকৈ খবৰ বাতৰি লব পৰা নাই। চকুৰ আগতে ভালে থকা মানুহকেইজনৰ মনৰ অৱস্থা পৃথক পৃথককৈ লোৱাৰ প্ৰকৃততে তেনে কোনো বিশেষ প্ৰয়োজনো নাই। এই কথাৰ পৰাই জিতেন্দ্ৰক এটা বেলেগ মানুহ হৈ অহা বুলি কৰা মন্তব্য বৰ ঠিক নহব যেন পাওঁ। এয়া একপক্ষীয় মত মত হ'ব।

মানবেন্দ্ৰই কলে মালবীকাৰ দিন গণনা কৰাত কিবা ভুল হৈছে। ডেলিভেৰি চৌব্বিশ ঘণ্টাৰ ভিতৰতে হোৱা মানে আমি আটাইবোৰ সাজু হৈ থাকিব লাগিব। মালবীকাযো কম অপ্ৰস্তুত হোৱা নাই। মানবেন্দ্ৰই কেনেকৈ জানিলে মালবীকাৰ তাৰিখ ভুল বুলি। আন ডাক্তৰবোৰে ইমান খাটাংকৈ সময়ৰ কথা কোৱা শুনা নাই। মালবীকাই মোৰ অজ্ঞাতে মানবেন্দ্ৰৰ লগত কিবা চিঠি পত্ৰৰ যোগাযোগ ৰাখিছে নেকি? মানবেন্দ্ৰই কিজানি মালবীকাৰ কথা মনৰ ডায়েৰীত লিখি ৰাখিছে। এই বিষয়ে মালবীকাই মোক অন্ততঃ মুক্তভাবে কোৱা উচিত আছিল। তলে তলে দেখিছো সকলো পুতল। মোক সকলোৱে বুৰ্ব্বক সজাইছে। নিজৰ মানুহখিনিয়েও মোক এটা দূৰত্বত ৰাখিবলৈ যত্ন কৰে। তাইক এবাৰ সুধি চাব লাগিব। তাইৰ কাৰণে মই কিমান যন্ত্ৰণা মূৰ পাতি লৈছো, কিন্তু তাই মোক বিশ্বাসত লব পৰা নাই। অথচ মোৰ আগত মানবেন্দ্ৰৰ প্ৰতি কি যে সংকোচৰ ভাব প্ৰকাশ নকৰিলে। আনহাতে মানবেন্দ্ৰ আহি বহাৰ লগে লগে চাহ-কাপ তাই নিজে লৈ আহিল। মই আনিব কৈছিলো সীমাকহে। তাইৰ এই আসন্ন প্ৰসবা চেহেৰাটো মানবেন্দ্ৰৰ আগত উলিয়াওতে মোৰেই খুব লাজ লাগিছিল। চব ভণ্ড। মনৰ অস্থিৰতাৰ তাৰণাত আৰু বব নোৱাৰিলে। তাইৰ পৰীক্ষা কৰাৰ কাৰণে কিন্তু লাজ মূৰ পাতি ললো মই। মানুহৰ ভালৰ কাৰণে মইহে চিন্তা কৰো কিন্তু ইহঁতে আটায়ে মোক বিশ্বাসঘাটকতা কৰাত মুঠেও কুণ্ঠাবোধ নকৰে। ইমান ব্যক্তি কেন্দ্ৰিক এই মানুহবোৰ। মালবীকাই মোক

কোৱামতে তাইৰ আৰু আঠ দহদিনমান থাকিব লাগে। হাস্পাতাললৈ তাই নাযায়। তাৰমানে নৰক যন্ত্ৰণাখিনি মই ভোগ কৰিব লাগিব। যদি হঠাতে কোনো ডাক্তৰ বা নাৰ্চৰ বিশেষ প্ৰয়োজন হৈ যায় কি কৰিম। মোৰ ঘৰত কোন আছে যে দৌৰাদৌৰিখন কৰিব পাৰিব। চিজেৰীয়ানৰ পাছত হেনো আকৌ চিজেৰীয়ান কৰাটোৱেই নিয়ম। ইফালে মহা ডাক্তৰ মানবেন্দ্ৰই কৈছে ডেলিভেৰি নৰমেল্ হব। কোনো আগ-পাচ চিন্তা নকৰাকৈ এটা মন্তব্য কৰি গুচি গ'ল। অকাৰণত মই হৈ পৰো ব্যস্ত। চিন্তা কৰাৰ প্ৰযোজন কাৰ, আৰু কৰে কোনে। মোৰ ওপৰত দেখিছো সকলোৰে এটা অবাঞ্ছিত অধিকাৰ। সময়মতে আটাইৰে এদিন প্ৰকৃত বিচাৰ কৰিব লাগিব।

ৰমলাৰ মাকে কৈ গৈছিল বাবাক এবাৰ দেখা কৰাৰ কথা। বাবাই হেনো মোৰ কথা কেইবাবাৰো উল্লেখ কৰিছে। এনেযে মই মানসিকভাবে জুৰুলা। তাতে আকৌ ভণ্ড যোগীজনৰ আবিৰ্ভাব। ভগৱানৰ এই প্ৰেৰিত দূতৰ ওপৰত মোৰ খুব ঘৃণা জন্মিল। মোক লৈ চলনা কৰাৰ এই মানুহজনৰ কোনো অধিকাৰ নাছিল। মোৰ মনৰ দুৰ্ব্বলতাক এই মানুহজনে এটা সুযোগ হিচাবে গ্ৰহণ কৰিছে। সৰল আৰু দুৰ্ব্বল অন্তৰৰ সুযোগ সন্ধানী এই ৰাৱণবোৰে মোৰ ইহকাল আৰু পৰকালৰ সৰ্ব্বনাশ সাধন কৰিলে। এই পাষণ্ডবোৰে মোৰ মন আৰু জীৱন কলঙ্কিত কৰিলে। এই নৰাধমব্যেৰে মোৰ বংশধাৰাক অবনমিত কৰিযেই এৰা নাই। ইহঁতে সৃষ্টি কৰিলে পিতৃ পৰিচয়হীন কিছুমান অবৈধ সন্তান। কিছুমান বৰ্ণশঙ্কৰৰ সৃষ্টি কৰি পৃথিৱীত মেলি দিলে আৰু কিছুমান বৰ্ণশঙ্কৰৰ নতুন নতুন সৃষ্টিৰ কাৰণে। এখন ধৰ্ম্মৰ সমাজত কিছুমান বিধৰ্ম্মী জাৰজ কিলবিলাই থাকিব। সমাজখন তিলতিলকৈ ধ্বংসৰ পথত আগুৱাই গৈ থাকিব আৰু এদিন শ্বাশ্বত ধৰ্ম্মৰ বিলুপ্তি সাধন হব। পৃথিৱীখন অধৰ্ম্মৰ গ্লানিৰে ভৰি পৰিব। নিৰ্ম্মল অন্তৰবোৰ বিষ যন্ত্ৰনাত কাতৰ হৈ পৰিব। জীৱন দুৰ্ব্বহ হৈ যাব। অধৰ্ম্মই যেতিয়া প্ৰাদুৰ্ভাব বিস্তাৰ কৰিব পৃথিৱীৰ মানৱ সভ্যতা খহি পৰিব। নতুনকৈ পৃথিৱীখন তৈয়াৰ হবলৈ

হেজাৰজনে, শত সহস্ৰজনে জীৱনকালত মৃত্যু বৰণ কৰিবলৈ বাধ্য হব। সং ম'নুহবোৰ বিদ্ৰোহী হৈ পৰিব। প্ৰতিশোধ লবলৈ সংগ্ৰাম কৰিব লাগিব। মই ইয়াৰ প্ৰতিশোধ লবই লাগিব। মোৰ আগন্তুক বংশক্ৰমক প্ৰতিজ্ঞাবদ্ধ কৰাম যাতে সি মোৰ নিৰ্য্যাতনৰ প্ৰতিশোধ লবলৈ দৃঢ়সংকল্প হয়। তাক মই নিজ হাতে তৈয়াৰ কৰিম। মোৰ প্ৰাণৰ মৰ্ম্মস্পৰ্শী বেদনাবোৰৰ কথা তাক বিতংকৈ বিবৰি কম। এই বিষাক্ত কীটবোৰৰ ওপৰত নৈতিক অনৈতিক সকলো ধৰণৰ প্ৰতিশোধ লবলৈ তাক সজাই লম। প্ৰতাৰণাৰ মূল্য সুতেমূলে আদায় কৰি লম।

বাবাৰ ওচৰলৈ মই যাম, কিন্তু কেইটামান প্ৰশ্নৰ উত্তৰ বাবাই মোক দিব পাৰিব লাগিব। বাবাৰ নিৰ্দ্দেশ মই আখৰে আখৰে পালম কৰিছোঁ। ব্ৰত উদযাপন ক্ৰমমতেই সম্পন্ন কৰিছোঁ। ৰীতি-নীতিৰ কোনো ব্যতিক্ৰম মই হবলৈ দিয়া নাই। বনৌষধিবোৰৰ ক্ৰিয়া শৰীৰত কি ধৰণে হৈছে মই কব নোৱাৰো। সেৱনৰ ক্ষেত্ৰত লবলগীয়া আৰু অৱশ্য পালনীয় সাৱধানতা অৱলম্বন কৰা হৈছে। যোৱা কেই মাহে সংঘটিত হোৱা পৰিবৰ্ত্তনসমূহো মই লক্ষ্য কৰিছো। আনবাৰৰ তুলনাত কিছুমান ব্যতিক্ৰম যে ঘটা নাই তেনেকুৱা নহয়। কিন্তু মোৰ যি লক্ষ্য সেই লক্ষ্যত মই উপনীত হব পাৰিম নে নাই? যদি মোৰ সাধনাৰ ফল লাভ নহয় তাৰ কাৰণে জগৰীয়া কোন হব? মোৰ স্খলনৰ কাৰণে দায়ী কোন হব? যিবোৰ পৰিবৰ্ত্তন মোৰ শৰীৰত আজি দেখা দিছে সেই পৰিবৰ্ত্তনে মোক এনে কোনো স্পষ্ট ইঙ্গিত নিদিয়ে যাৰ ওপৰত নিৰ্ভৰ কৰি মই নিশ্চিত হব পাৰো। মোৰ চকুত ধৰা পৰা পৰিবৰ্ত্তনসমূহ বা ব্যতিক্ৰমবোৰ মোৰ মনে সজা বুলি ভয় হয়। প্ৰকৃত সত্যসন্ধানী মানুহজনীয়ে জীৱনব্যাপী কেৱল ভুলকে প্ৰশ্ৰয় দি আহিছো। মোৰ ভুলবোৰ ত্ৰুটিবোৰ চকুত নপৰে। ভুলকামবোৰ কৰি কৰি কেৱল মাথো চঞ্চলতা বৃদ্ধি কৰি অস্থিৰ হৈছো। মোৰ অস্থিৰতাক অধিক উত্তেজিত কৰে মোৰ গৰ্ভস্থ সন্তানে। তাৰ চঞ্চলতা মই সহজে অনুমান কৰিব পাৰো। সিও যেন পৃথিৱীৰ

পোহৰলৈ বিমান সোণকালে পাৰে নামি আহিব খোজে। তা'ৰো প্ৰাণত তৰনি নাই। গভীৰ অন্ধকাৰৰ মাজত থাকি সিও বোধহয় জীৱনটো অন্ধকাৰময় হৈ যাব বুলি ভয় কৰে। হয়তো মাতৃৰ বেদনা তাৰ প্ৰাণে অনুভৱ কৰি ব্যাকুল হৈ পৰিছে। মাতৃৰ শাৰীৰিক আৰু মানসিক যন্ত্ৰণা উপশম কৰিবলৈ উদ্বিগ্ন হৈ পৰিছে। তাৰ নিৰ্ব্বাক চঞ্চলতাই মাতৃৰ মনত অহৰহ প্ৰতিধ্বনি তোলে। কিন্তু এই সন্তানটো জানো এটা অবৈধ সন্তান নহয়? এই সন্তানেও কোনোদিন জানিব নোৱাৰিব তাৰ পূৰ্ব্বপুৰুষ কোন। পুৰুষী নামৰ এটা বিৰাট ছন্দপতন ঘটিব। ই কাৰ পিণ্ড দান কৰিব আৰু কি পুণ্য অৰ্জন কৰিব? ছিঃ ছিঃ মই কি কাম কৰিলো। মই কিহৰ তাৰণাত এই ঘৃণিত পথ বাচি ললো। ভগৱানে মোক কিয় ইমান ছলনা কৰিলে। হেজাৰ কৌটি মানব শিশুৰ দৰে মোৰ জন্ম হৈছিল। জন্মৰ লগত মইতো পাপ বহন কৰি অনা নাই। মোৰ শৰীৰৰ জিনে এই পাপ যদি কঢ়িয়াই আনে তাৰ কাৰণে মই কেনেকৈ দায়ী হম। পূৰ্ব্ব জন্মৰ কাৰণে মই কেনেকৈ দায়ী হব পাৰো বিচাৰ কৰিব নোৱাৰো। সহজ সৰল প্ৰকৃতিৰ এজনী নিমাখিত ছোৱালীৰ ওপৰত ভগৱানে কিয় এই বিদ্ৰোহ আচৰণ কৰিলে। মোক কিয় ধৰ্ম্মচ্যুত কৰিলে। মই আৰু ভাবিব নোৱাৰো। মই পাগল হৈ যাম। ভগৱান তুমি ৰক্ষা কৰা।

মানবেন্দ্ৰ আৰু জিতেন্দ্ৰ ছায়া একেলগে আহিল। একমান বজাতে আহিব খোজা মানুহজন ছয়মান বজাত উভতি আহিল। মাজৰ সময়খিনি হয়তো মানবেন্দ্ৰ গুৰুৰ ড্ৰইং ৰুমৰ ফোমৰ আসনত বহি প্ৰভুভক্তি প্ৰদৰ্শন কৰিলে। মানবেন্দ্ৰৰ শিষ্যৰূপে জিতেন্দ্ৰক চাবলৈ মোৰ বেয়া লাগে। এই দুষ্ট মানুহজনে জিতেন্দ্ৰৰ যেন সৰ্ব্বনাশ কৰিবলৈ কিবা ষড়যন্ত্ৰ কৰিছে। ভক্তিমান শিষ্যই গুৰুক ভালদৰে চিনি পোৱা নাই। ঘৰখনত এটা অশান্তিৰ ধাতে জুইবাহ জ্বলি থাকে তাৰ এটা বিশেষ পদ্ধতি অবলম্বন কৰিছে। প্ৰায় এমাহকাল এই মানুহজনৰ অবৰ্ত্তমানত ঘৰখনৰ কিবা অসুবিধা হৈছে নে নাই তাৰ খবৰ কৰাৰ মানুহজনে সময় উলিয়াব পৰা নাই। কিন্তু মানবেন্দ্ৰৰ

ঘৰত সময় কটাবলৈ কোনো অসুবিধাৰ সন্মুখীন হোৱা নাই।   মানবেন্দ্ৰক দেখি টোপোলাটোৰ কথা মনত পৰিল। খুব সযতনে খুলি চালো। কিবা উপঢৌকন নেকি? আমাৰলৈ উপঢৌকনৰ আকৌ কিহৰ প্ৰয়োজন। জিতেন্দ্ৰইহে প্ৰণীতাৰ কাৰণে অনাৰ দৰকাৰ আছিল। কিয়নো শুক পত্নীক সন্তুষ্ট ৰাখিব পাৰিলে শুক সন্তুষ্ট থাকে। কেইটামান দৰৱৰ চেম্পলৰ দৰে লাগিল। কাৰ কাৰণে আনিছে মোক কোনো এজনেও কোৱা নাই। ঠিক আগৰ দৰে বান্ধি ৰাখিলো।

মানবেন্দ্ৰ আৰু জিতেন্দ্ৰৰ গতিবিধি লক্ষ্য কৰি মই বুজি পাওঁ, মোক তেওঁলোকে এগৰাকী মানসিক ৰোগৰ দ্বাৰা আক্ৰান্ত হোৱা ৰোগী হিচাবে ধৰি লৈছে। দুয়োজনে মোৰ ওপৰত পৰীক্ষা আৰম্ভ কৰিছে। কিন্তু বেমাৰী মই নে জিতেন্দ্ৰ নে মানবেন্দ্ৰ। পৰীক্ষা কৰিব লাগে কাক আৰু কৰিছে কাক। এওঁলোকক মোৰ স্পষ্টকৈ সুধিবলৈ মন যায় এওঁলোকে মোক কি হিচাবে লৈছে। মোৰ জ্ঞান বিশ্বাসমতে মই এওঁলোকৰ আগত কোনো মানসিক ৰোগী হিচাবে ধৰা দিয়া নাই। মোৰ মন, চিন্তা, ক্ৰিয়া আৰু শৰীৰৰ সমস্ত শক্তি প্ৰয়োগ কৰি বুজাবলৈ যত্ন কৰিছো মোক কি লাগে বা নালাগে। পৃথিৱীৰ বাকী সকলো প্ৰাণীৰ কথা শুকীয়া। জিতেন্দ্ৰই অন্ততঃ মোক বুজিবলৈ যত্ন কৰা উচিত আছিল। অকনমান প্ৰকৃত প্ৰেম, এধানিমান দাম্পত্য জীৱনৰ মধুৰস, সামান্যকন সমবেদনাই মোৰ কাৰণে সাগৰ সদৃশ হৈ লহেতেন। স্বেচ্ছাই মহাভুল কৰিলো। মই আজি সকলো দিশ শূন্য দেখা পাওঁ। মোৰ সোণালী যৌৱনৰ যৱনিকা পৰি আছিল। জীৱন সাগৰৰ মাজত মই আজি পাৰাপাৰ নেদেখা নাৱৰীয়াৰ দৰে। কোন মুহূৰ্ত্তত মোৰ নাওঁ বুৰি যায় তাৰ কোনো নিশ্চয়তা নাই। জীৱন ব্যাপী কেৱল সন্তাপকে পালো। সন্তানৰ জৰীয়তে মুখ তুলি থাকিব খুজি ছাবি গলো। স্বামীৰ গৌৰৱকে এটা পৰমপদ হিচাবে পাম বুলি ভাবিছিলো। তাকো নাপালো। ই নিশ্চয় ভাগ্য। এয়াই হয়তো প্ৰাক্তন। যি বুলি কলে মোৰ বেদনাৰ উপশম হয়; কিন্তু মোৰ প্ৰাণে নামানে। আৰ্ত্তনাদ কৰিব খোজে। হাহাকাৰ কৰি উঠে।

মানবেন্দ্ৰইঁত অহাৰ অলপ পাছতে মালবীকা অস্থিৰ হৈ পৰিল। মালবীকাৰ মিছা আবদাৰখন দেখি মোৰ শৰীৰ জ্বলা কৰি উঠে। ভণ্ডামিৰ এটা সীমা থকা ভাল। মানবেন্দ্ৰ অহাৰ দহ মিনিট আগতেও মই দেখিছো মালবীকাই মাৰ লগত ফুচফাচকৈ কথা পাতিছে। কথা পতাৰ সময়ত মই লক্ষ্য কৰি দেখিছো কোনো বিষ বেদনাৰ যন্ত্ৰণা নাই। মানবেন্দ্ৰই কিবা যাদু কৰিলে নে মালবীকাই এটা কৃত্ৰিম অস্থিৰতাৰ আশ্ৰয় ললে কব নোৱাৰো। প্ৰকৃত কথাটো আৰু অলপ সময়ৰ পাছতে বুজা যাব। মালবীকাই এটা কস্তেকীয়া উত্তেজনাৰ বশবৰ্তী হৈ মানবেন্দ্ৰৰ এষাৰি মৰমৰ মাত, এটা সহানুভূতিৰ ভাৱ, এটা মৃদুস্পৰ্শ হয়তো আশা কৰে। তায়ো জীৱন ধন্য হৈ যাব বুলি ভাবে। জীৱনৰ বাকী অংশৰ কাৰণে এটা স্মৃতিক সম্বল হিচাবে হয়তো বহন কৰিব খোজে। মানুহৰ মন অন্বেষণ কৰা কিমান টান কাম। মালবীকাই মানবেন্দ্ৰক অধ্যয়ণ কৰিবলৈ সুযোগ পোৱা নাই। সংস্কাৰবিহীন মানবেন্দ্ৰই মানুহক কি দৰে প্ৰতাৰণা কৰে সেই কথা মালবীকাই চিন্তা কৰিব নোৱাৰে।

মালবীকাৰ বিষটো ক্ৰমাত বঢ়া যেন দেখুৱালে। ভয়ানক অস্থিৰ হোৱা যেন লাগিল। তাইৰ কাতৰতা ভাষাৰে প্ৰকাশ কৰা নাই। এবাৰ যেন উঠিবলৈ যত্ন কৰিছে। আকৌ শুবলৈ যত্ন কৰিছে। গাৰ কানিকাপোৰবোৰ অবিন্যস্ত হৈ অনাদৃত হোৱাদি হৈছে। মানবেন্দ্ৰই মোক কাষলৈ যাবলৈ ইঙ্গিত দিছে। এবাতি গৰমপানী আনিবলৈ কাৰবাক কৈছে। কোনো বাক্য বিনিময় নকৰাকৈ মোক কৰিবলৈ কোৱা কামবোৰ কৰি গৈছো। সাময়িক ভাবে মই মানবেন্দ্ৰৰ দ্বাৰা পৰিচালিত এটা যন্ত্ৰত পৰিণত হৈছো। ইনজেকচনটো দিয়াৰ লগে লগেই মালবীকা ভালেখিনি সুস্থ হৈছে। তাই চকু দুটা যোৰকৈ মুদি দিছে হাত দুখন ওপৰলৈ তুলি কাৰবাক যেন প্ৰণাম কৰিলে। বিচনাখন পানীৰে তিতি গৈছে। বৰবৰ কাপোৰখন মানবেন্দ্ৰই ঠিক কৰি দিছে। এখন ট্ৰেত থকা ষ্টেৰিলাইজ কৰা ক্ৰমচেপাটো হাতত তুলি লৈ আমাক কেই মিনিট মানৰ কাৰণে বাহিৰলৈ যাব কৈছে।

খুব বেছি পাচ মিনিট হব। মানবেন্দ্ৰই টিঞৰি টিঞৰি কাৰবাক মাতিছে। কমৰ দৰ্জাখন খোলাই আছিল। মই সোমাই গৈ দেখিলো মালবীকা জঠৰ হৈ গৈছে। কাতি হৈ পৰি আছে। এটা সদ্যজাত শিশুৱে ক্ৰন্দন ধ্বনিৰে পৃথিৱীক জাননী দিছে। ঠিক সেই সময়তে লেবৰেটৰীত কাম কৰা নাৰ্চজনী আহি মালবীকাৰ বাকী সকলো কামৰ দায়িত্ব বুজি লৈছে। মানবেন্দ্ৰই হাঁহি হাঁহি এটা নোদোকা দেৱশিশুক মোৰ কোলাত তুলি দিছে। মানবেন্দ্ৰই যেন ভৱিষ্যত বাণী কৰিছিল। সকলো মিলি গৈছে। এটা সুন্দৰ সুঠাম মানৱ শিশু দেৱতাৰ অংশ হিচাবে পৃথিৱীলৈ নামি আহিছে। মই যিমান আনন্দ প্ৰকাশ কৰিব লাগিছিল সিমান নোৱাৰিলো। মোৰ কৃত্ৰিমতাখিনি যেন মানবেন্দ্ৰৰ চকুত ধৰা পৰি গ'ল। এটা হিংসাৰভাবে মোৰ মনৰ মাজত আত্মগোপন কৰা যেন লাগিল। মানবেন্দ্ৰই মোৰ মনটো অধ্যয়ণ কৰিলে। ঘৰখন সাময়িকভাবে হলেও আনন্দমুখৰ কৰি তুলিবলৈ যত্ন কৰা যেন লাগিল। তেওঁ নিজে কেলেণ্ডাৰখনত দিন তাৰিখ সময় সকলো যত্ন সহকাৰে লিখি ৰাখিলে। তেতিয়া মই ঘড়ীটোলৈ চাই দেখিলো ঘড়ীৰ কাটা দুদাল আকৌ লম্বমান হৈছে। তাৰ মানে মালবীকাৰ ক্ষেত্ৰত এটা সময়ে সমকোণ কৰিছে।

প্ৰায় দহমান বজাত মানবেন্দ্ৰ গ'ল। প্ৰণীতাহঁতো একে লগেই গ'ল। মালবীকাৰ কেচুৱাটো হোৱাৰ খবৰ কৰিবলৈ আহিছিল। এটা ভাণ্ডৰ টোপোলা মোৰ হাতত দি গ'ল। মালবীকা তেতিয়া যেন সম্পূৰ্ণ সুস্থ মাহুহজনী। ভালেমান কথা বতৰা পতা হ'ল। প্ৰণীতাই খুব আনন্দ প্ৰকাশ কৰা যেন লাগিল। সক লৰা'টো কেচুৱাৰ কাষতে ভালেমান সময় বৈ আছিল আৰু কিয় চকু নেমেলে তাৰ কাৰণে বাৰে বাৰে মাকক আমনি কৰিছিল। কণামখন কিয় ইমান ৰঙা, হাত দুখন কিয় মুঠি মাৰি আছে আদি নানা কথা সুধি মাহুহজনীক ব্যতিব্যস্ত কৰি তুলিছিল।" কেচুৱাটোৰ বিষয়ে সি যিমানবাৰ প্ৰশ্ন কৰিছিল সিমানবাৰ মোৰ বুকুত কোনোবাই বজ্ৰ হাতুৰে প্ৰহাৰ কৰাৰ দৰে লাগিছিল"। "নানা কথাৰ মাজত এইবাৰ মোৰ পাল বুজি লৈছিল।

সাজু হবলৈ সকীয়াই দিছিল। এইবাৰৰ সম্পূৰ্ণ দায়িত্ব মানবেন্দ্ৰৰ বুলি মোক আশ্বাস দিছিল। চিন্তা কৰাৰ কোনো কাৰণ নাই বুলি সান্ত্বনা নে সমবেদনা কিবা জনাইছিল। ৰাতিপুৱা মোৰ হাতত দিয়া চেম্পল কেইটা মই মানবেন্দ্ৰৰ হাতত দি সেইবোৰ কিবা দৰব নেকি সুধিছিলো। লেবৰেটৰীৰ কিছুমান পৰীক্ষাৰ কাৰণে লগা কেইটামান ৰাসায়নিক দ্ৰব্য বুলি কলে। কথা প্ৰসঙ্গতে তেওঁলোকৰ পৰীক্ষাৰ অগ্ৰগতিৰ বিষয়ে সুধিছিলো, কিন্তু কি সুধিব খুজি যে কি সুধিছো ভালকৈ কব নোৱাৰিলো। পৰীক্ষাৰ ফলবোৰ তেওঁলোকে যি ধৰণে আশা কৰিছিল ঠিক তেনে ধৰণে মিলিছে। পৰীক্ষাসমূহ আৰু তাৰ বিস্তাৰিত বিবৰণ দুই এমাহৰ ভিতৰতে আনুষ্ঠানিকভাৱে ব্যক্ত কৰিব পাৰিব।

শোৱাৰ সময়ত জিতেন্দ্ৰই মোক খুব সংক্ষেপে পৰীক্ষাবোৰৰ এটা বিবৃতি দিছিল। তেওঁলোকে হৰম'নৰ সংশ্লেষণ কৰিছে। এই হৰ'মনৰ প্ৰয়োগৰ দ্বাৰা মাতৃসকলে সন্তানৰ জন্ম যি ধৰণে বিচাৰে সেইধৰণে দিব পাৰিব। লৰা ছোৱালী নিজ ইচ্ছামতে বাচি লব পাৰিব। হৰ'মনৰ প্ৰয়োগৰ কাৰণে বিশেষ পদ্ধতি অবলম্বন কৰিব লাগিব। মাতৃয়ে গৰ্ভধাৰণ কৰিব খোজাৰ কিছুদিন আগৰে পৰা ইয়াক যথাৰীতি ব্যৱহাৰ কৰিব লাগিব। সময়ত পৰীক্ষা কৰি ইউটেৰাচৰ পৰা লোৱা এটা দ্ৰব্য আকৌ পৰীক্ষা কৰি চাব লাগিব। যদি পৰীক্ষাৰ ফল গ্ৰাম পজিটিভ হয় তেনেহলে সংশ্লেষণ কৰা এটা ৰাসায়নিক দ্ৰব্য প্লেচেন্টাৰ ভিতৰত ইন্‌জেকচনৰ সহায়ত সুমুৱাই দি কেইদিনমানৰ ভিতৰত আৰু এটা কঠিন পৰীক্ষা কৰি চাব লাগিব। নিৰ্দিষ্ট সময়ত গৰ্ভ-ধাৰণ কৰাৰ এটা উপযুক্ত পৰিবেশৰ সৃষ্টি হব। সেই সময়ত গৰ্ভ-ধাৰণ কৰিলে পূৰ্ব পৰিকল্পিত আঁচনিমতে সন্তানৰ লিঙ্গ নিৰ্দ্ধাৰণ কৰি লব পাৰিব। গৰ্ভস্থিত ভ্ৰূণৰ আকৌ এটা জটিল পৰীক্ষা এটা সময়ত কৰি কৈ কাম্য ফল লাভ হব নে নহয় তাক আগতুৰি কৈ দিব পৰা যাব। পৰীক্ষাবোৰ কৰাৰ সময়ত মাতৃসকলৰ কিছু নিয়ম অধিনত চলিব লাগিব। কিছুদিনৰ এই পৰীক্ষা সমূহ তেওঁলোকৰ গৱেষণা

কেন্দ্ৰতে কৰিব লাগিব। পদ্ধতি উন্নত আৰু সাৰ্বজনীন কৰিবলৈ কিছুমান আগতীয়া ব্যৱস্থাও নিৰ্দ্ধাৰণ কৰিব লাগিব। উপযুক্ত প্ৰশিক্ষণ দি চিকিৎসক সকলক গোটেই কথাখিনি হৃদয়ঙ্গম কৰিব পৰাকৈ তৈয়াৰ কৰি লব লাগিব। স্বাস্থ্যকেন্দ্ৰবোৰৰ উন্নতি সাধন কৰিব লাগিব। পৃথিৱীজুৰি সকলো দেশতে, সকলো ঠাইতে পিতৃমাতৃৰ মানসিক যন্ত্ৰণাৰ কিছুমান কাঢ়িব বুলি ভাবিবৰ থল আছে। ডাক্তৰ সকলৰ কাৰণে সন্তান লবা বা ছোৱালী হোৱাত কোনো বিশেষ গুৰুত্ব নাই; গুৰুত্ব এইখিনিতে যে সন্তান নিজৰ ইচ্ছানুসৰি লাভ কৰিব পাৰিব। জৈৱ-ৰসায়ণ বিজ্ঞানৰ এইটো সন্দেহাতীতভাবে এটা ডাঙৰ আৱিষ্কাৰ। তেওঁলোকে কৰি চোৱা পৰীক্ষাবোৰৰ প্ৰায় ভাগেই কৃতকাৰ্য্য হৈছে। প্ৰক্ৰিয়াটো কোৱাতকৈ কৰা যথেষ্ট কষ্টসাধ্য।

সেই নিশা জিতেন্দ্ৰই মোক মৰমেৰে ওপচাই পেলালে। সেই মৰম মই জীৱনত কেতিয়াও পোৱা মনত নপৰে। মৰমবোৰ মুই ভাষাৰে প্ৰকাশ কৰিবলৈ সক্ষম নহয়। আশা আৰু মায়াৰ বন্ধনে মোক আকৌ উন্মনা কৰি পেলালে। গধুৰ শৰীৰ এটা বহন কৰা স্বত্বেও মই ইমান লাঘৱ হৈছিলো। সপোনৰ ঢাপোনত কিয় জানো আৰু এখন ৰঙীন ছবি প্ৰতিবিম্বিত হৈ পৰিল। এটা নতুন আশা মোৰ মনৰ গুপুতত অঙ্কুৰিত হব খোজে। এটা বছৰ মই নিশ্চয় অপেক্ষা কৰিব পাৰিলোহেঁতেন। মযো এওঁলোকৰ এটা উপযুক্ত স্পেচিমেন হব পাৰিলোহেঁতেন। মানবেন্দ্ৰই কিজানি তাকেই ইঙ্গিত কৰিলে। মোৰ প্ৰতি মানুহজনৰ সঁচাকৈয়ে এটা অনুকম্পা আছে যেন লাগে। হয়তো এয়া মানবেন্দ্ৰৰ এটা দুৰ্ব্বলতাকেই প্ৰকাশ। প্ৰণীতা বা জিতেন্দ্ৰৰ কাৰণে দুৰ্ব্বলতা দেখাদেখিকৈ প্ৰকাশ কৰিবলৈ ভয় কৰে। কিজানিবা কাৰবাক আঘাত কৰা হয়। সেয়া মানবেন্দ্ৰৰ নিজৰ চিন্তা বা বিচাৰ। মই আৰু কোনো ভুল কৰিব নোৱাৰো। মই জিতেন্দ্ৰক প্ৰাণৰ দেৱতাৰ আসনত প্ৰতিষ্ঠা কৰিব লাগিছিল। এজনী বিপথগামী নাৰীয়ে পবিত্ৰ চৰিত্ৰৰ মানুহজনক ভ্ৰান্ত কৰিলো, ভ্ৰান্ত কৰিলো। এজন দুই মানুহৰ মন বহু দুই দোৱাৰ উদাহৰণ হল।

মোৰ বুজি পোৱাত যথেষ্ট দেৰি হ'ল।" স্বামী দেৱবো দেৱতা, স্বামীয়েই জীৱনৰ প্ৰকৃত গুৰু। প্ৰকৃত স্বামীয়ে কলংকিতা নাৰীকো সন্মান দিব জানে। প্ৰতিশোধ লোৱাৰ আঁচনি কৰি নিজে আজি প্ৰতিশোধৰ বলি হৈ গলো। কায়োমনবাক্যে শুদ্ধ পথত চালিত হবলৈ চেষ্টা কৰিব লাগিব। সময় এতিয়াও উকলি যোৱা নাই। বাকী থকা দিন কেইটা আদৰ্শ জীৱনৰ ব্ৰত পালন কৰি কৃতকৰ্ম্মৰ প্ৰায়শ্চিত্ত কৰিব লাগিব।

কত কুখ্যাত ৰমণীয়ে সতী হবলৈ সাহস পাইছে। জিতেন্দ্ৰৰ দৰে স্বামী থাকোতে মই নোৱাৰাৰ কোনো কাৰণ নাই। জিতেন্দ্ৰ মোৰ ৰক্ষা কবচ হব। মই তেওঁক হৃদয় জুৰ কৰিবলৈ মলয় সমীৰণ হম। প্ৰতিটো কামৰ কাৰণে জিতেন্দ্ৰৰ মই ধমনিৰ কাম কৰিম। ধমনিৰ মৃদু কম্পনে জিতেন্দ্ৰক প্ৰভাৱান্বিত কৰিব। মোৰ সমস্ত শক্তি প্ৰয়োগ কৰি জিতেন্দ্ৰক সূৰ্যৰ দৰে তীব্ৰ কৰি মেলি ধৰিম। জিতেন্দ্ৰ মোৰ প্ৰেমৰ নায়ক হব, মই হম তেওঁৰ প্ৰেম মন্দাকিনী। জিতেন্দ্ৰৰ ওচৰত মই লাহি হৈ ধৰা দিম, লতা হই বগাম আৰু জুৰি হৈ নিজৰিম প্ৰাণৰ স্তৰে স্তৰে। বিগত দিনবোৰ মই মচি নিশ্চিহ্ন কৰি দিম। পাহৰি যাম যত কুৎসিত কলঙ্ক, ৰচনা কৰিম প্ৰাচুৰ্য্যময় নৱজন্ম। আৰম্ভ হব এটা নতুন লগ্ন। আগত দিনবোৰক মই আহ্বান কৰিম পুন্য জন্মৰ লগ্নক্ষণৰ পৰা। মনটো সঁচাকৈয়ে বেচ পাতল লাগিছে। জিতেন্দ্ৰৰ লৌহ কবচৰ মাজত মই কুচি মুচি সোমাই আছো। মৰমসনা মৃদু পৰশেৰে বোলোৱা আঙুলি কেইটাই মোৰ হৃবুকুৰ গভীৰতাৰ মাজত হেৰোৱা অপৰাজিতাক বিচাৰি পাইছে। হেৰাই যাব খোজা অপৰাজিতাক হাতৰ চাপ আৰু ওঠৰ তাপেৰে জিতেন্দ্ৰৰ বজ্ৰ কঠিন বহল বুকুৰ কোমলখিনিলৈ আকৰ্ষণ কৰিছে। দুটা ভিন্নমুখী আত্মা একাত্ম হৈছে।

## আঠ

নবেম্বৰ দুই তাৰিখ। কাগজত পঢ়াই তাতৰ তাজ আৰম্ভক

প্ৰকাশ পাইছে। "কৃত্ৰিমভাৱে উৎপাদন কৰা হৰমʼনৰ প্ৰভাৱত সন্তানৰ লিঙ্গ নিৰ্ণয়"। মূল আৱিষ্কাৰক মানবেন্দ্ৰ ভৰদ্বাজ। সহায়ক জিতেন্দ্ৰ গৌতম। এটা বিৰাট চাঞ্চল্য। সকলোৰে মুখে মুখে এটা সন্দেহৰ ভাৱ। কৃত্ৰিম পৰীক্ষানলৰ কেচুৱাৰ দৰে নহয়তো। অসমীয়া বিজ্ঞানীৰ বৈজ্ঞানিক কৃতকাৰ্য্যতাত এটা সন্দেহ থাকি যায়। সহজভাৱে লব পৰা নাই। ভাৰতৰে বহুত লেবৰেটৰীৰ বিভিন্ন বিজ্ঞানীৰ কুণ্ঠিত অভিমত। মনটো সঙ্কুচিত হৈ যাব খোজে। খলনায়ক বুলি মনটোৱে অস্থিৰতা বোধ কৰে। মিছা প্ৰমাণ হলে মোৰ সমস্ত সন্মান ধূলিস্যাৎ হৈ যাব। কাগজৰ শিৰোনামাত প্ৰকাশ পোৱা সংবাদটোত এটা চক্ৰান্ত জড়িত হৈ থকাৰ গোন্ধ পাওঁ। আৱিষ্কাৰক হব লাগে জিতেন্দ্ৰ সহায়ক মানবেন্দ্ৰ। প্ৰকাশ পাওঁতে ভুলকৈ হব পাৰে। বুকুখন কোচ খাই ভাঙি যাব খোজে। আনন্দৰ মাজতো বেদনা অনুভৱ কৰো। মই যি সন্দেহ কৰিছিলো আজি তাকে দেখা পাইছো। মানবেন্দ্ৰই এটা ষড়যন্ত্ৰত যে লিপ্ত আছিল সেই বদ্ধমূল ধাৰণা আজি আখৰে আখৰে মিলি যাব ধৰিছে। আৰু বা কিমান বাকী। জিতেন্দ্ৰৰ নিচিনা এজন সবল প্ৰকৃতিৰ নিষ্ঠাবান কৰ্ম্মীক এইদৰে অপমানিত কৰাত মই মৰ্ম্মান্তিক আঘাট পাইছো। মোৰ হৃদয় বিদীৰ্ণ হব খোজে। সমাজে যাক ইমানদিনে এজন সৎকৰ্ম্মী হিচাবে গণ্য কৰিছিল সেইজন মানুহ আজি হেয় হৈ যাব। সমাজৰ দৃষ্টিত প্ৰকৃত নায়কজন লুকাই থাকিব। জিতেন্দ্ৰ ফুল বাগানৰ মালী হৈ গল, মালিক নহয়। প্ৰভুভৃত্যৰ সম্পৰ্ক প্ৰতিষ্ঠিত হৈ গʼল। প্ৰণীতা আৰু এখোপ আগবাঢ়ি গʼল। প্ৰণীতাৰ প্ৰকৃত ৰূপটো আজি ওলাই পৰিল। এই মানুহজনীও নিশ্চয় ষড়যন্ত্ৰত লিপ্ত আছে। প্ৰণীতাৰ প্ৰভাৱৰ কাৰণেই কিজানি জিতেন্দ্ৰ পশ্চাদদেশলৈ নামি গʼল। মানবেন্দ্ৰৰ অনীহতে প্ৰণীতাই সমাজত এটা নতুন সন্মানৰ গৰাকী হৈ গʼল। অথচ জিতেন্দ্ৰ মূল নায়ক হোৱা হেতেন প্ৰণীতাতকৈ লোক মানুহে অধিক সন্মান দিলে হেতেন। প্ৰতিযোগিতাৰ ক্ষেত্ৰত মই আকৌ এবাৰ পৰাজিত হলো। মানবেন্দ্ৰই লোক আকৌ এবাৰ প্ৰতাৰণা কৰিলে। কি ধৰণে কৈছিল আৰু

যেনেকৈ প্ৰকাশ কৰিলে তাৰ পূৰ্বৰ সন্ধানি হৈছে। বিষন্ন সভাত এই গৱেষণাৰ বিস্তৃত বিৱৰণ ডাঙি ধৰাৰ কথা সেই সভাত মই উপস্থিত থাকিব বুলি ব্যগ্ৰ আছিলো। উৎসাহটো একেবাৰে দমি গ'ল। প্ৰণীতা সভাত উপস্থিত থাকিব। মানুহে সমীহ কৰিব আৰু প্ৰণীতাই নাটকীয় সুখত আৰু বিনীত হৈ পৰিব। বাহিৰত নিৰ্লিপ্ত পৰিবেশ আৰু ভিতৰত গৰ্বৰ এখন বিৰাট মোনা হৈ বিশিষ্ট আসনত উপবিষ্টা হব। উপস্থিত মানুহবোৰে প্ৰণীতাক আঙুলিয়াই দেখুৱাব বা এটা বিৱৰণ দি কব। সেই কাৰণতে বগা আৰু কলা উলৰ চুয়েটাৰ পিন্ধি মে লবাটো বহি আছে। এটা হুমুনিয়াহ সাউতকৰে ওলাই নব মাৰিলে। সিও এই বেদনা সহ্য কৰিব নোৱাৰিলে।

মানবেন্দ্ৰ আৰু জিতেন্দ্ৰ খুব ব্যস্ত। সভাখনত পৃথিৱীৰ বিভিন্ন দেশৰ সাংবাদিক আৰু বিজ্ঞানীয়ে যোগদান কৰিব। বিজ্ঞানীসকলৰ জগত থাতিপুঁথাতে এখন আলোচনা চক্ৰ বহিছে। এই আবিষ্কাৰক আন্তৰ্জাতিক চিকিৎসা সন্থাই আৰু জৈৱ-ৰসায়ণ বিজ্ঞানী মণ্ডলে স্বীকৃতি দিয়াৰ আগতে প্ৰমাণ সহ সাব্যস্ত কৰিব লাগিব। বিভিন্ন বিজ্ঞানীৰ প্ৰশ্নবোৰৰ উত্তৰ আৰু বিক্ৰিয়াৰ পদ্ধতি সম্পৰ্কে সকলো কাম নিয়াৰিকৈ উপস্থাপন কৰাৰ কাৰণে মানবেন্দ্ৰ আৰু জিতেন্দ্ৰ অসম্ভৱ ব্যস্ত। আনকি মোক্ষা লোৱাও পাহৰি গৈছে। বিজ্ঞানীৰ আদালতত এটা গধুৰ আৰু সুদূৰ প্ৰসাৰি বিচাৰ। যদি অপ্ৰমান হয় লাঞ্ছনাৰ সীমা নাথাকিব। প্ৰণীতা কিন্তু একেবাৰে নিৰ্ব্বিকাৰ যেন লাগে। মোৰ চকুত তেওঁৰ কোনো চঞ্চলতাই ধৰা পৰা নাই। মানুহজনী মই ভবাতকৈ বহুত বেছি চালাক।

লাহে লাহে বেজি পৰি আহিল। আৰু আধা ঘণ্টামানৰ ভিতৰতে মিটিং আৰম্ভ হব। জিতেন্দ্ৰই মোক মোক্ষাৰ কথা কৈছিল। সময় ওচৰ চপাৰ লগে লগে বুকুখনে ঢুকঢুকাবলৈ আৰম্ভ কৰিছে। প্ৰণীতাও নিশ্চয় যাব। প্ৰণীতাই নিশ্চয় মোৰ খবৰ কৰিব। গধুৰ গাটো লৈ মানুহৰ মাজতে ওলাবলৈ মোৰ অলপ লাজো লাগিছে। দুই এবে নিশ্চয় মন্তব্য কৰিব বা টিপ্পনি টানিব। কি কৰে কৰি থাকক।

ইমান ভাবিবলৈ মোৰ কোনো প্ৰয়োজন হোৱা নাই। ইতিমধ্যে মানবেন্দ্ৰৰ গাড়ীখন মোৰ গেটৰ সন্মুখতে ৰোৱা দেখা পালো। কেৱলমাত্ৰ ড্ৰাইভাৰজন আছে। ড্ৰাইভাৰে মোক ওলাবলৈ কৈছে। প্ৰণীতা বৈ থকা বুলি কলে। সীমাইতক লৈ গাড়ীত উঠি বহিলো। প্ৰণীতাই সৰু লৰাটো লগত লৈ গেটৰ মুখতে বৈ আছিল। বাকী দুটা নাহায় নেকি সুধিলো। সিহঁত দুজনক বিদ্যালৈ পঠিয়াই দিয়া বুলি কলে। প্ৰণীতাই কোনো ব্যগ্ৰতা প্ৰকাশ কৰা নাই। মোৰ গা ভালে আছেনে নাই এবাৰ সুধিলে। ময়নাক তেওঁৰ কাষলৈ কিছু টানি ললে। তাই মোৰ কোলাতে বহি আছিল। গবেষণাৰ কথা উল্লেখ কৰি ভয় লগা বুলি কলো। প্ৰক্ৰিয়াটো নিৰ্ভুল বুলি প্ৰমাণ হব নেকি সুধিলো। প্ৰণীতাই কোনো দুৰ্ব্বলতা প্ৰকাশ নকৰিলে। তেওঁলোক সত্যান্বেষী কৰ্ম্মী বুলি মত পোষণ কৰিলে। ইয়াত ফাকি বা ভুলৰ কোনো প্ৰচেষ্টা নাই। এয়া সাধনা আৰু এই সাধনাৰ ফল সত্য হব বুলি প্ৰণীতা দৃঢ় বিশ্বাসী। মানবতা আৰু মানব কল্যাণৰ বাবে ব্ৰতী এই সাধক সকলে সমস্ত শক্তি প্ৰয়োগ কৰি, জীৱনৰ সকলো সুখ জলাঞ্জলি দি স্থিৰ সংকল্পলৈ কামত প্ৰবৃত্ত হোৱা বুলি কলে।

হতাশাৰ মাজতো মনটোৱে প্ৰবোধ মানে। প্ৰণীতাই কথাবোৰ অকৃত্ৰিমভাবে যথেষ্ট দৃঢ়তাৰে প্ৰকাশ কৰে। মানুহজনী ক্ৰমে ক্ৰমে এটা স্তৰলৈ আগবাঢ়ি গৈ আছে। বিজ্ঞান আৰু বিজ্ঞানৰ অগ্ৰগতিৰ প্ৰতি প্ৰণীতাৰ গভীৰ শ্ৰদ্ধা আছে। বিজ্ঞানসেৱী মন এটা তৈয়াৰ কৰি লৈছে। এটা সৎ আৰু সাহসিক মনোবৃত্তি গ্ৰহণ কৰিছে। প্ৰণীতাৰ মনোবৃত্তিৰ ওপৰত মানবেন্দ্ৰৰ কিজানি এটা প্ৰভাৱ প্ৰত্যক্ষ বা পৰোক্ষভাৱে পৰিছে। প্ৰণীতাই মানবেন্দ্ৰৰ ওপৰত আস্থা স্থাপন কৰিব পাৰিছে। বিশ্বাস কৰিবলৈ সুবিধা পাইছে। হয়তো এজন অকৃত্ৰিম কৰ্ম্মী হিচাবে জনাৰ সুযোগ পাইছে। আৰম্ভনীতে পৰা মই জিতেন্দ্ৰক যি ধৰণে চাব লাগিছিল সেই ধৰণে চাব পৰা নাই। জিতেন্দ্ৰক এজন কাপুৰুষ বা হীনশক্তি সম্পন্ন সাধাৰণ মানুহ হিচাবে ধৰি লৈ অবজ্ঞা কৰি আহিছো। তুলনামূলকভাৱে মোক আনতকৈ

এটা উচ্চস্তৰত স্থাপন কৰি এটা অহঙ্কাৰী মনোবৃত্তি বহন কৰি আহিছো। অথচ মই কোনো সত্যৰ আশ্ৰয় লোৱা নাই। এটা বিচাৰৰ আশ্ৰয় লোৱা নাই। আশ্ৰয় লৈছো কেবল কৃত্ৰিমতাৰ যাৰ কোনো স্থায়ী মূল্য নাই। এতিয়া মই প্ৰতিটো ঘটনা বিচাৰ কৰি দেখিছো সকলো ক্ষেত্ৰতে মোৰ এটা পক্ষপাত দৃষ্টি। সৎ মানুহক সৎ হিচাবে লব পৰা নাই। মহৎ লোকক উদাৰ দৃষ্টিৰে চাব পৰা নাই। আৰু ভাবিব নোৱাৰি। মোৰ মৌনতাৰ পম খেদি প্ৰণীতাই মোক ধৰা পেলাব। প্ৰণীতাই উপযাচি আগৰ পৰাই বেছি নকয়। নিৰৱতাখিনিক মোৰ এটা দৈত্যৰ দৰে লাগিল। ভয় খাই গলো। মোৰ মনৰ ভিতৰত আৰু অন্তৰৰ কোনোবাখিনিত ভালেমান দানবে তাণ্ডৱ নৃত্য কৰা যেন লাগিল। কব নোৱাৰাকৈয়ে দুটোপাল চকুলো নিগৰি পৰিল। প্ৰণীতাৰ দৃষ্টিৰ ওচৰত সেমেকা চকুজুৰিয়ে আত্মগোপন কৰিব নোৱাৰি অধিক করুণ হৈ ধৰা দিলে। প্ৰণীতাই মোক মৃদুভাবে টানি লৈ কাৰণটো জানিব বিচাৰিলে। আকৌ ফাঁকিৰে আশ্ৰয় ললো। এয়া আনন্দৰ চকুলো বুলি কলো। প্ৰণীতাই কিন্তু বিশ্বাস কৰিলে আৰু মোৰ নিজৰ অবিশ্বাস অধিক দৃঢ়িভূত হল। মোৰ মনটো আকৌ এবাৰ সন্দিহান হৈ পৰিল। এই সত্য উদ্‌ঘাটনৰ মূল নায়ক জিতেন্দ্ৰ নে মানবেন্দ্ৰ সেই বিষয়ে মনটো খুব অসংযত হোৱা যেন লাগিল। আৰু কেইমিনিটমানৰ পাছতে এটা বিশেষ অনুষ্ঠানত এজন বা দুজন বিশেষ বিজ্ঞানীৰ স্বৰূপ প্ৰকাশ পাব। মোৰ মনটোৱে প্ৰবোধ মানিব নোখোজে। এই ঘটনাত যেন কিবা এটা ষড়যন্ত্ৰ নিহিত আছে তেনে লাগে। প্ৰকৃত কৰ্ম্মীয়ে ইয়াত যেন যথোচিত স্বীকৃতিৰ পৰা বঞ্চিত হৈ যাব। সত্যৰ অপলাপ হব বুলি ভাবি মনটো গধুৰ হৈ যাব খোজে। কিছু স্বাভাৱিক হবলৈ যত্ন কৰিলো। গাড়ি আহি কেন্দ্ৰ পালে। বহুত লোকৰ সমাগম। ৰথী মহাৰথী বহুতক বহি থকা দেখিলো। আটাইকে যদিও চিনি নাপাওঁ তথাপি এবাৰ চকু ফুৰাই চালো। হঠাতে মোৰ দেহাবয়বৰ কথা ভাবি অলপ সঙ্কোচন অনুভৱ কৰিলো। আমাৰ ওপৰত যেন বহুত চকু একেলগে নিবদ্ধ হৈ আছে তেনে লাগিল।

মঞ্চৰ কাষত আচুতীয়াকৈ ৰখা আসনত উপবিষ্ট হলো। মানুহবোৰে আমাক সম্পূর্ণভাবে দেখাকৈ আসন কেইখন সজোৱা আছিল। এটা অদ্ভুত নিৰবতাই বিৰাজ কৰিছে। পৰিস্থিতিটো এনে লাগিল যেন অলপমান আগতে এটা মর্মন্তুদ ঘটনা ঘটি গৈছে যাৰ কাৰণে মানুহবোৰ ম্ৰীয়মান হৈ মুখৰ ভাষা হেৰুৱাইছে। প্রণীতাৰ একেবাৰে কাষ চাপি আছিলো। প্রণীতাই মৃদুকৈ হাঁহিলে। মই একো বুজি নাপালো।

মঞ্চৰ ওপৰলৈ কেইজনমান বিশেষ বৈজ্ঞানীক আহ্বান জনাই যথাস্থানত বহুৱালে। সেই সকলৰ ভিতৰত ডাঃ মেননো আছিল। প্রতিবেদন পাঠ কৰাৰ ঘোষণা কৰিলে। পাঠ কৰাৰ দায়িত্ব জিতেন্দ্ৰৰ। মোৰ বুকুখন চিৰিংকৈ গ'ল। ধপধপাবলৈ আৰম্ভ কৰি দিলে। মঞ্চৰ ওপৰৰ একেবাৰে দক্ষিণ প্রান্তত মানবেন্দ্ৰ বহি আছে। মানুহজনক বয়সৰ তুলনাত খুব কম বয়সীয়া যেন দেখা গৈছে। পাৰিপাত্য আৰু কম। ইফালে জিতেন্দ্ৰ আজি সাজি পাৰি আহিছে।

প্রতিবেদন পাঠ কৰাৰ আগে আগে মানবেন্দ্ৰই উপস্থিত বিশিষ্ট বিজ্ঞানীসকলৰ একোটা চমু পৰিচয় কৰাই দিলে। পৰিচয় শুনি বুকুতে হাত ভৰি লুকাব খোজে। ভাৰতীয় বিজ্ঞানীয়ে যে ইমান অগ্রসৰ হৈছে ভাবিবলৈকে টান লাগে। হৰ'মনৰ ওপৰত প্রচুৰ কাম কৰাৰ এখন বিৰাট খতীয়ান। বিভিন্ন দেশত কৰা গবেষণাৰ কিছু উল্লেখ কৰিলে, তেওঁলোকৰ গবেষণা কেন্দ্রত কি কি কাম কৰা হৈছে তাৰ উল্লেখ কিন্তু নকৰিলে। হয়তো প্রতিবেদনত প্রকাশ পাইছে। মনটো আকৌ এবাৰ উদ্বিগ্নতাৰে ভৰি পৰিল। নায়ক বা কোন?

নিৰানন্দৰ মাজতো এটা আশাৰ বেঙুনি দেখা পালো। সমস্ত হেৰুৱায়ো এটা ক্ষীণ আশা বুকুত বান্ধি প্রত্যাশাৰ দিন গণিলো। মোৰ ধাৰণা সঁচা হৈ গ'ল। মনে ভবা কথাবোৰ কেনেকৈ মিলি গ'ল তাক ভাবি আচৰিত লাগিল। ঘৰখন এটা বিশেষ ধৰণৰ নীৰৱতাত পৰিণত হল। মানবেন্দ্ৰৰ ওপৰত শ্রদ্ধা আৰু ঘৃণাৰ এটা মিশ্রিত ভাব পোষণ কৰিলো। যদি আৱিষ্কাৰক মানবেন্দ্ৰ তেন্তে

প্ৰতিবেদনখন বিয় জিতেন্দ্ৰৰ দ্বাৰা পাঠ কৰোৱা হল। নিজৰ দাম বঢ়াবলৈ আৰু জিতেন্দ্ৰক হেয় প্ৰতিপন্ন কৰিবলৈ এটা বিৰাট কূট-নীতিৰ আশ্ৰয় লোৱা হ'ল। সমগ্ৰ জীৱন ব্যাপি জিতেন্দ্ৰই মোক ফাঁকি দি আহিছে। মোক গ্লানি বহন কৰাই তিলে তিলে মৃত্যুৰ মুখলৈ ঠেলি দিছে। জিতেন্দ্ৰ মানবেন্দ্ৰৰ সোঁহাত স্বৰূপ আৰু নিষ্ঠাবান কৰ্মী। জিতেন্দ্ৰই প্ৰকৃততে এই আবিষ্কাৰৰ কাৰণে প্ৰধান সন্মান পোৱাটো প্ৰয়োজনীয় আছিল। জিতেন্দ্ৰৰ সহায় আৰু সহযোগ নথকাহলে মানবেন্দ্ৰই এই অভাৱনীয় আবিষ্কৰৰ গৰাকী হব নোৱাৰিলেহেতেন। শলাগ লওঁতে মানবেন্দ্ৰই তাক স্বীকাৰো কৰিছে, কিন্তু প্ৰতিবেদনত সেই কথা সুদৃঢ় ভাষাত লিপিবদ্ধ হোৱা নাই। মুখৰ কথা মানুহে পাহৰি যাব, কিন্তু প্ৰতিবেদনখন এখন দলিল স্বৰূপ হলহেঁতেন। মানবেন্দ্ৰ নম্ৰতা আৰু ভদ্ৰতাৰ এটা ভণ্ড মূৰ্ত্তি।

জিতেন্দ্ৰই মোক যি ধৰণে কৈছিল মানবেন্দ্ৰয়ো ঠিক একে ধৰণে ব্যাখ্যা কৰিলে। মানবেন্দ্ৰই অৱশ্যে পৰীক্ষাসমূহৰ বিশদ বিৱৰণ ফটো আৰু লেখ আঁকি বুজালে। প্ৰমাণসহ তেওঁলোকে বিজ্ঞানীৰ ওচৰত উপস্থাপন কৰিলে যে তেওঁলোক সংশ্লেষণ কৰা হৰ'মনে সন্তান জন্ম যি ধৰণে পিতৃ মাতৃয়ে বিচাৰে সেই ধৰণে দিব পাৰিব। তেওঁলোক কৃত-কাৰ্য হৈছে। তেওঁলোকে মানে কাগজে পত্ৰই মানবেন্দ্ৰ। সহায়কাৰীৰ ভূমিকাৰ কতো উল্লেখ পৰ্য্যন্ত নাথাকিব। জিতেন্দ্ৰ হৈছে তেওঁৰ প্ৰভুৰ এজন অনুগত ভৃত্য। ঠাকুৰৰ "পুৰাতন ভৃত্য" সদৃশ। বিপদ বা অশান্তিৰ সময়ত মোৰ আশ্ৰয় বিচনাখন। তাকে ললো। ভবিষ্যত সম্পৰ্কে জিতেন্দ্ৰক কিবা সুধিম বুলি ভাবিও নুসুধিলো। অথচ জিতেন্দ্ৰ যেন আনন্দত আত্মহাৰা। কোনোকালে নকৰা কামবোৰ আজি জিতেন্দ্ৰই কৰিছে। গোটেই দিনটো কাম কৰিও যেন ভাগৰ লগা নাই। স্নীমাইত আটাই কেইজনীকে গালেমুখে হাত দি মৰম কৰা যেন দেখিলো। শুই থকা ছোৱালী কেইজনীৰ গাত কাপোৰকানিবোৰ ঠিক থকা স্বত্তেও আৰু অলপ টানিটুনি দিলে। ঘৰৰ দৰ্জা খিড়কীবোৰ বন্ধ আছে নে নাই এবাৰ পৰীক্ষা কৰি চালে। কিজানিবা খোলা দৰ্জাৰে তেওঁৰ প্ৰাণৰ

পত্নীক কোনোবাই হৰণ কৰি লৈ যায়।

জিতেন্দ্ৰই আৰম্ভ কৰিলে। এটা হেনো ডাঙৰ অধ্যায়ৰ সূচনা হৈছে। প্ৰকৃত কামৰ ফলাফল বাস্তৱ ক্ষেত্ৰত পৰীক্ষা কৰি চাবলৈ তেওঁলোকে এখন আঁচনি লৈছে। ইতিমধ্যে কোনো এখন জৈৱ-ৰাসায়নিক আৰু চিকিৎসা গৱেষণা কেন্দ্ৰৰ জৰীয়তে এই হৰ'মনৰ এটা "পেটেন্ট" তৈয়াৰ কৰিবলৈ যোৱা কৰা হৈছে। মানবজাতিৰ কল্যাণৰ কাৰণে ই এটা ডাঙৰ পদক্ষেপ। অবাঞ্ছিতভাবে লৰা ছোৱালী জন্ম দিয়াৰ আৰু কোনো প্ৰয়োজন নাথাকিব। পৃথিৱীৰ জন সংখ্যাৰ বিস্ফোৰণ কমাবলৈ ইয়াতকৈ আৰু ডাঙৰ কোনো আচনি হব নোৱাৰিব বুলি তেওঁলোকে বিশ্বাস কৰে। কথাই কথাই মানবেন্দ্ৰৰ প্ৰশংসা শুনি মগজটো গৰম হৈ যাব খোজে। অপ্ৰীতিকৰ পৰিস্থিতি এটাৰ সৃষ্টি কৰিবলৈ ইচ্ছা নকৰিলো। মৌনতাক পৰম আশ্ৰয় হিচাবে ললো। মানবেন্দ্ৰ হেনো এদিন পৃথিৱী বিখ্যাত বিজ্ঞানী হিচাবে পৰিগণিত হব। মানুহজনৰ মেধা আৰু মানবীয় গুণৰ কথা শুনি কানত সোপা দিবলৈ মন যায়। দয়া, মায়া, ধৈৰ্য্য, সহনশীলতা, সম দম আদি বিভিন্ন গুণৰ হেনো এজন বিশিষ্ট যোগী। মোৰ ধৈৰ্য্যৰ সীমা পাৰ হৈ যাব খোজে। মই উত্তেজিত হৈ পৰো। এজন প্ৰতাৰকক তেওঁৰ স্বামীয়ে এইদৰে যশ গান গোৱা কাৰণে মই অস্থিৰ হৈ পৰো। অথচ এই সময়ত মোৰ ধৈৰ্য্যই হৈছে প্ৰধান সম্বল। এটা সময়ক ময়ো প্ৰত্যাহ্বান জনাইছো। সময়ত বুজি চাব লাগিব। কব নোৱাৰাকৈয়ে জিতেন্দ্ৰ এটা সময়ত লালকাল দি শুই পৰিল। মই আৰু বিব্ৰত কৰিবলৈ যত্ন নকৰিলো। এজন সহজ, সৰল, উদাৰ আৰু গুণগ্ৰাহী বিজ্ঞানীৰ প্ৰতি মোৰ শ্ৰদ্ধা হ'ল। ভগবানক এটা কাতৰ মিনতিৰে প্ৰাৰ্থনা জনালো। জিতেন্দ্ৰৰ ভৰি চুই তেওঁ নজনাকৈ এটা প্ৰণাম কৰিলো। এজন সৎ লোকক আৰু নিষ্ঠাবান কৰ্মীৰ প্ৰতি মই যি দোষ আচৰণ কৰিলো তাৰ কাৰণে ভগবানক ক্ষমা প্ৰাৰ্থনা কৰিলো। এজন দেৱতুল্য স্বামীৰ প্ৰতি মোৰ অকৰ্তব্য কৰা হল। মোৰ হয়তো ইহ জীৱনত ইমানবোৰ পাপ খণ্ডন হোৱাৰ কোনো সম্ভাবনা নাই।

এওলোকৰ গৱেষণাই মোৰ মনত এটা নতুন প্ৰেৰণাৰ সঞ্চাৰ কৰিছে। যিয়েই মুখ্য কৰ্ম্মী নহওক কিয়, মোৰ কাৰণে এইটো এটা হয়তো ডাঙৰ সুযোগ হব। এই সুযোগ মই গ্ৰহণো কৰিব লাগিব। মোৰ বয়স এতিয়াও পাৰ হৈ যোৱা নাই। মোৰ লগৰ দুই চাৰিজনী ছোৱালীৰ বিয়া মাত্ৰ দুই এবছৰ আগতেহে হৈছে। দুই চাৰিয়ে যদিও এই আশা ত্যাগ কৰিছে, বয়স কিন্তু তেওঁলোকৰ কোনোপ্ৰকাৰে আগবঢ়া নাই। ত্ৰিশ বছৰৰ বেছি বুলি কবলৈ ছোৱালীবোৰে খুব ভয় কৰে। চুলি পকিলে তেলৰ গুণ নষ্ট হোৱা বা শুদ্ধ প্ৰক্ৰিয়াৰে উৎপাদিত নহয় বুলি ভাবে। নায়িকা ইন্দ্ৰানীৰ কথা উল্লেখ কৰে। পঞ্চাচ বছৰৰ উৰ্দ্ধতো শাৰীৰিক অঙ্গসজ্জা অটুত আছে। মই এটা সীমিত পৰিয়ালৰ কথা চিন্তা কৰিছিলো। এখন সুখৰ সক পৰিয়ালৰ কাৰণে ব্যস্ত হৈ পৰিছিলো। মোৰ মনৰ পৰিকল্পনা ভগৱানৰ হয়তো অভিপ্ৰেত নহয়। ভবামতে মোৰ আজিলৈ কোনো কাম সম্পাদনা হোৱা নাই। যিবোৰৰ কথা মই কোনোদিন ভবা নাছিলো সেই আটাইবোৰ মোৰ লগৰীয়া হৈ পৰিল। মনৰ ভাৱনাৰ প্ৰভাব মোৰ শৰীৰৰ জীৱকোষ বা জিনৰ ওপৰত নপৰিল। হয়তো ভাৱনাৰ ক্ৰম ভুল হৈছে বা বিজ্ঞান সম্মত হোৱা নাই। কেনেকুৱা এটা অৰ্থ বিহীন নাম। নামৰ লগত কামৰ কোনো সম্পৰ্ক বা সামঞ্জস্য নাই।

এই হৰ'মনৰ প্ৰয়োগ কৰি বাচি থকাৰ এটা অৰ্থ উলিয়াব লাগিব। হয়তো জিতেন্দ্ৰৰ কথাই সঁচা। জিতেন্দ্ৰ সহায়কহে। মৌলিক চিন্তাৰ অধিকাৰী মানবেন্দ্ৰ। মানবেন্দ্ৰৰ এই আবিষ্কাৰৰ কাৰণে মই কিজানি অদৃশ্যভাৱে এটা প্ৰেৰণা হৈ গৈছো। হয়তো মোৰ কাৰণে মানুহজন ভয়ানক সহানুভূতিশীল। মোৰ মনৰ দুখে কিজানি মানবেন্দ্ৰৰ কোমল অন্তৰত বেদনাৰ সৃষ্টি কৰে। মোক হয়তো সৰ্ব্বান্তঃকৰণে ভাল পায়। এয়া কিজানি অব্যক্ত প্ৰেমৰ প্ৰতিদান। যি মই পোৱাৰ অযোগ্য তাৰ যোগ্যজন হিচাবে দেখি মনত আনন্দ পাব। মানুহজনৰ বিষয়ে হয়তো ভাল মন্তব্য কৰা নহল। অথচ মই মজনাকৈয়ে মানবেন্দ্ৰই মোৰ জীৱনত ক্ৰমে ক্ৰমে এটা প্ৰভাব বিস্তাৰ কৰিব ধৰিছে।

মানবেন্দ্ৰ কাইলৈ নিশ্চয় আহিব। যদি নাহে ময়েই যাব লাগিব। সময়টোৰ কাৰণে যাবলৈ অলপ লাজ লাগে। হলেও মই স্পষ্টকৈয়ে কম মই তেখেতৰ চিকিৎসাধীন। মোৰ ৰোগৰ উপশম কৰিবলৈ তেখেতক এটা অনুৰোধ কৰি চাম। প্ৰসঙ্গ এটাৰ অৱতাৰণা বুদ্ধি কৰি উলিয়াই লব লাগিব। লাজ কৰিলে লোকচান মোৰহে হব। জিতেন্দ্ৰই বা আকৌ কিধৰণে লয়। জিতেন্দ্ৰই নিশ্চয় মোৰ মনৰ অৱস্থা জানে। মোক বাৰু তেওঁলোকে মানসিক ৰোগত ভোগা মহিলা হিচাবে ধৰি লৈছে নেকি? আচলতে মই এজনী মানসিক ৰোগী নহয় জানো! তেওঁলোকে অৱশ্যে সেই ধৰণে লোৱা যেন নালাগে। যদি লৈছেও মই জানিবৰ কোনো সুযোগ পোৱা নাই। মানবেন্দ্ৰৰ দুই এটা মন্তব্য আৰু জিতেন্দ্ৰৰ উদাসীনতাই মোক কিন্তু চিন্তিত কৰে।

"স্ত্ৰীষু দুষ্টাষু জায়তে বৰ্ণসঙ্কৰঃ" কুলধৰ্মাঃ সনাতনাঃ কথাবোৰ যে অৰ্জুনে শ্ৰীকৃষ্ণক কৈছিল, নিশ্চয় কোনো সত্যৰ ওপৰত ভিত্তি কৰিয়ে কৈছিল। তাৰ মানে মহাভাৰতৰ যুগতো কিছুমান অসতী নাৰীৰ সৃষ্টি হৈছিল বা যুগে যুগে হৈ আহিছে। এই যুগৰ ময়ো এজনী দুষ্টা ৰমণী। বৰ্ণ সঙ্কৰৰ সৃষ্টি কৰি বংশ কলঙ্কিত কৰিলো। এই বৰ্ণ সঙ্কৰে আকৌ নতুন বৰ্ণ সঙ্কৰৰ সৃষ্টি কৰাৰ সম্ভাবনা আছে। এটা সময় উপনীত হব যেতিয়া পৃথিৱীখন এই বৰ্ণ সঙ্কৰৰ প্ৰাদুৰ্ভাবৰ কবলত পৰিব। অধৰ্ম্মৰ নীতিয়ে পৃথিৱীখন চানি পেলাব। এই সুন্দৰ পৃথিৱীখনক ধ্বংসৰ পথলৈ ঠেলি দিয়াত মই সহায় কৰিলো। ভাবিলে কেৱল সংঘাত বোধ কৰো। মোৰ নিচিনা প্ৰকৃতি দুষ্টা নাৰী হয়তো সমাজত দুই চাৰিজনী আছে। শূদ্ৰকৰ দিনতো আছিল। জনকৰ দিনতো আছিল। কিন্তু কিয় এই ব্যতিক্ৰম। কিয় হয়? ইয়াকে ভাগ্য বোলে নেকি? ভাগ্য আৰু কৰ্ম্ম নে প্ৰাক্তন আৰু কৰ্ম্ম নে কোনটো বেছি প্ৰভাৱশালী। মোৰ ওপৰত কিহৰ প্ৰভাৱ বেছি যাৰ কাৰণে মই বাচি ললো এই কলঙ্কময় পথ। এয়া হয়তো জন্ম লগ্নৰে প্ৰভাৱ। অকাৰণতে মোৰ জন্ম হ'ল। ধাৰ্ম্মিক লোকৰ তীক্ষ্ণ বাণত বিদ্ধ হৈ জীৱনান্ত কৰিব লাগিব। বৈজ্ঞানিক দৃষ্টি

কোণৰ পৰা চাৰ নাজানি কেবল অবৈজ্ঞানিক নীতিকে সবোগত কৰিলো।

নানা চিন্তাৰ মাজত থকা কাৰণেই হয়তো মোৰ গৰ্ভত থকা সন্তানটোৰে যে পৃথিৱীৰ পোহৰ পাব বিচাৰে সেই কথা পাহৰি গৈছো। মালবীকাৰ মনত এটা আনন্দৰ প্ৰকাশ। তাই মোক শান্তনা দিয়ে। মোৰ সমস্ত লক্ষণ পাতি দেখি তাই মোৰ মনৰ কামনা পূৰ্ণ হব বুলি কয়। মোৰ কাৰণে তাইবো এটা সহানুভূতি আছে। ৰমলাৰ ছোৱালী এজনী হৈছে। কোনো আহুকাল হোৱা নাই। ওচৰতে থকা নাৰ্চিং হোমতে আছে। কেইদিনমান আগতে হৈছে। হিচাব মতে আৰু দহ দিনমান পাছত হব লাগিছিল। এটা নিৰ্য্যাতনৰ অন্ত পৰিল। ৰমলাৰ আনন্দই নধৰা হৈছে। সিহঁতৰ আনন্দই মোক নিৰানন্দ কৰে। মোক অধিক চিন্তিত কৰে। ৰমলাৰ মাকে কৈছিল মোৰ লক্ষণ পাতিৰ লগত ৰমলাৰ বোলে হুবহু মিল আছে। লক্ষণৰ মিলে মোৰ মনৰ অমিলখিনি আৰু প্ৰকট কৰে। সিহঁতৰ প্ৰতি মোৰ হিংসা হোৱা নাই, কিন্তু ফলৰ অনিশ্চয়তাই মোক ক্লান্ত কৰে। মনটো বিদ্ৰোহী হৈ যাব খোজে। অবাঞ্ছিত ফলে মোক জীয়াই থাকিবলৈ প্ৰেৰণা যোগাব নোৱাৰে। এটা নিৰ্ব্বিকাৰ নিৰানন্দময় জীৱনৰ গতি ছন্দময়ী হব নোৱাৰে। এখনি সৰু জুৰিয়ে বৈ গৈ আনন্দ পোৱাৰ কাৰণে তাৰ অদ্ভুত প্ৰেৰণা। নাচি নাচি পৰ্ব্বত পাহাৰ গিৰি গুহা অতিক্ৰম কৰি নামি আহে। বৈ গৈ বিশাল নদী বা সাগৰত বিলীন হৈ প্ৰাণ জুৰ কৰিব। কৃষ্ণচুড়াই শীতৰ সেৰেঙাত প্ৰাণ হেকৰা যেন লাগিলেও প্ৰাণৰ গুপ্ততত এটা তেজ ৰঙা সপোন জীয়াই থাকে কাৰণ বসন্তৰ লগে লগে তাৰ গাত ষোড়ষী যুৱতীৰ উন্মাদনা প্ৰকাশ পাবই। জীয়াই থকাৰ এটা বাসনা পূৰ্ণ হয়। মোৰ আশা কিন্তু নিৰাশাৰ মৰু চাহাৰাত নিশ্চিহ্ন হৈ যায়। আশাৰ ৰঙীন ৰেখা দিগন্তৰ অদৃশ্য দিগ্‌বলয়ৰ অন্তৰালত হেৰায় যায় আৰু মোক বাউলী কৰে। মনৰ গতিৰ তীব্ৰতাই মোৰ ঘৰ্মাক্ত দেহক ক্লান্ত পৰিশ্ৰান্ত কৰে। এটা নিষ্ফল আশা। করুণ আৰু ব্যথাৰে ভৰা এটা অনুৰ্ব্বৰ বন্ধ্যা আশা।

মোৰ মনৰ দ্বন্দ্ববোৰক যদি এটা কেমেৰাৰে ফটো তুলি তাৰ ওপৰত হব পৰা ক্রিয়াবোৰ বিশ্লেষণ কৰিব পৰা গ'লহেঁতেন তেন্তিয়া হলে বহুতো মনোবিজ্ঞানীৰ গ্রন্থ প্রণয়ন কৰাত সহায়তা কৰিব পাৰিলেহেঁতেন। শ্রীকৃষ্ণই অর্জুনক হৃদয় দুর্ব্বল কৰি ম্রিয়মান হোৱাৰ কাৰণে ক্লীবৰ লগত তুলনা কৰিব খুজিছিল। শ্রীকৃষ্ণই হয়তো ঠিকেই কৈছিল। দুর্ব্বল হলেই ভাগে। দুর্ব্বলতা মানে পৰাজয় আৰু পৰাজয় মানে বিনাশ। তাক মই কোনো প্রকাৰে হব দিব নোৱাৰো। হেজাৰ বিঘিনী অতিক্রম কৰিও মই লক্ষ্যত উপনীত হবলৈ সাহসী হব লাগিব।

চিন্তা যিমানে বাঢে সিদ্ধান্ত লোৱাও সিমানেই টান হৈ পৰে। মোৰ এতিয়া কর্ত্তব্য অকর্ত্তব্য সম্পর্কে এটা সুস্থ বিবেচনা নাইকিয়া হৈছে। যিমানেই মই লক্ষ্যত উপনীত হবলৈ প্রয়াস কৰিছো সিমানেই লক্ষ্যৰ সন্ধান হেৰুৱাইছো। পৰিকল্পিত লক্ষ্যৰ বিপৰীত দিশত মোৰ গতি আৰম্ভ হোৱা যেন লাগিছে। ব্যক্তিগত জীৱনৰ অভিজ্ঞতা, সমাজ আৰু আদর্শ ব্যক্তিৰ জীৱন দর্শনৰ দ্বাৰা সমৃদ্ধ নোহোৱাৰ ফলতে আজি মোৰ এই অৱস্থা। মোৰ মানসিক অন্তর্দ্বন্দ্বৰ কাৰণে মই আজি নিজকে দোষাৰোপ কৰাৰ বাহিৰে অন্য কোনো উপায় নাই। মোৰ প্রায়শ্চিত্তৰ প্রয়োজন, কিন্তু কিহেৰে মই পাপমুক্ত হব পাৰিম। মৃত্যুৱে মানুহৰ পাপ মোচন কৰিব নোৱাৰে। মোৰ অৱৰ্ত্তমানত মোক লৈ মানুহে যি ধৰণৰ সমালোচনাই নকৰক কিয় তাৰ প্রতিবাদ কৰাৰ সময় আৰু সুযোগ নোলাব। আনহাতে সাহসেৰে জীৱন যুদ্ধত প্রবৃত্ত হব নোৱাৰাটোও দুর্ভাগ্যজনক। মই আজি অমেৰুদণ্ডী প্রাণীৰ দৰে হৈ গৈছো। মই কিজানি উন্মাদগ্রস্ত হৈ গৈছো। মোৰ ভাৱমূৰ্ত্তি আৰু গতিবিধিৰ কাৰণে মানুহে কিজানি মোক লৈ নানা সমালোচনা কৰে। সমগ্র পৃথিৱীৰ মানুহকে মোৰ কৈ দিবৰ মন যায় যে মই আচলতে বিকাৰগ্রস্ত নহয় আৰু যদি হয় এয়া মোৰ ওপৰত ভগৱানৰ এটা বিৰাট পক্ষপাতিতা। যদিহে কোনোদিন সুযোগ আহে তেনেহলে এই লেখাজনক মোৰ এই ব্যতিক্রমৰ কাৰণে দায়ী কোন তাৰ এটা উচিত মীমাংসা কৰিবলৈ বাধ্য কৰিম।

মোৰ গৰ্ভত যি সন্তান ধাৰণ কৰিছোঁ সেয়া এক অবৈধ সন্তান। পিতৃ পৰিচয়বিহীন এক বৰ্ণ সঙ্কৰ। তাৰ তেজৰ ধাৰাত জিতেন্দ্ৰৰ তেজৰ কোনো সম্পৰ্ক নাই। অথচ জিতেন্দ্ৰই জানে এয়া তেওঁৰ ৰক্তৰ স্বাক্ষৰ। কিমান প্ৰবঞ্চনা। ইয়াৰ নায়িকা মই নিজে। এই সন্তানৰ মই কলঙ্কিনী মাতৃ আৰু জিতেন্দ্ৰৰ ঔৰষ সি বহন নকৰে। তেনেহলে সি কাৰ গৌৰব পুত্ৰ হব। ঔৰষদাতাই সমাজ বিদ্যমানে তাৰ পৰিচয় ব্যক্ত কৰিব নোৱাৰে। তাৰ কোনো পিতৃদায়িত্ব বহন কৰিব নোৱাৰে। এনেকৈ সঠিককৈ ময়ো কব নোৱাৰো সি কাৰ বংশধাৰা বহন কৰে। যি মাতৃয়ে তাৰ পুত্ৰৰ প্ৰকৃত গৰাকী কোন নাজানে সেয়া মাতৃ নামৰো অযোগ্য। মই সমস্ত মাতৃকুল ধ্বংস কৰিবলৈ যি পথ বাচি ললো সেয়া এক কুখ্যাত গণিকাৰ পথ। গণিকাৰ গৰ্ভস্থ সন্তান কোনোকালে সমাজত সমাদৃত হব নোৱাৰে। সমাজ শৃঙ্খলা ধ্বংস কৰা কাৰণে প্ৰচলিত শাস্তিৰ বিধানে মোক ধুই নিকা কৰিব নোৱাৰে। আত্মহত্যাও প্ৰায়শ্চিত্তৰ প্ৰকৃত বিধান নহয়। সেই মাতৃৰ মোৰ বিচাৰত অনন্তকাল বিষাক্ত নৰক বাস হব লাগে।

মোৰ ভাবি কেতিয়াবা আচৰিত লাগে। মই ভবা কথাবোৰৰ সৰহ ভাগেই মিলি যায়। মানবেন্দ্ৰ আহিল। কোনো ভূমিকা নকৰাকৈয়ে কেইটামান প্ৰশ্ন কৰিলে। এয়া যেন বিচাৰৰ আদালত। জিতেন্দ্ৰৰ উপস্থিতিত আটাইবোৰ প্ৰশ্নৰ উত্তৰ দিবলৈ মোৰ সঙ্কোচ হয়। ভাবসাম্য হেৰুৱাই অপ্ৰকৃতিস্থ হোৱা যেন লাগে। ডাক্তৰ আৰু উকীলৰ আগত হেনো সঁচা কথা কব লাগে। সামান্য মিছাৰ আশ্ৰয় লৈ মই প্ৰশ্নবোৰৰ যথাযথ উত্তৰ দিবলৈ যত্ন কৰিছোঁ। মই দিয়া উত্তৰবোৰ মানবেন্দ্ৰই অতি সহজভাবে আৰু অন্তৰঙ্গ বন্ধুৰ দৰে এখন ডায়েৰীত নোট কৰি লোৱা দেখা পালো। উত্তৰবোৰৰ দুই এটা ভুল হৈছে নেকি মোক পুনৰ প্ৰশ্ন কৰিছে। মই কেতিয়াবা কি কোৱা উচিত হব সেই বিষয়ে চিন্তাত পৰিছোঁ। যেতিয়াই বিব্ৰত হোৱা যেন দেখিছে তেতিয়াই প্ৰসঙ্গ সলনি কৰাটো মই লক্ষ্য কৰিছোঁ। তেওঁ এটা বিশেষ দিন আৰু তাৰিখত ভুল হোৱা বুলি কলে। লাজত

মই মুচকচ যোৱাৰ উপক্ৰম। যিটো মই মিছা বুলি জানো সেই মিছাটোকে মানবেন্দ্ৰই ধৰি পেলালে। মোৰ কিছু সন্দেহ হ'ল। মানুহজনে মোৰ বিষয়ে ইমান তন্ন তন্নকৈ কেনেকৈ জানিব পাৰিলে। মই এইবোৰৰ কোনো এটা ঘটনাই মানবেন্দ্ৰৰ লগত আলোচনা কৰা নাই। আনকি প্ৰণীতাৰ লগতো কৰা নাই। জিতেন্দ্ৰই জনাৰ প্ৰশ্নই নু'ঠে। সেই ভণ্ড বাবাজনৰ লগত মানবেন্দ্ৰৰ কিবা বিশেষ যোগাযোগ থাকিব পাৰে নেকি? কিন্তু বাবাৰ প্ৰসঙ্গৰ আগৰ প্ৰশ্নবোৰ? মই মানবেন্দ্ৰৰ হাতত ধৰা পৰি গৈছো। মোৰ খুব অস্থিৰ লাগিছে। অলপ সময়ৰ কাৰণে ভিতৰলৈ যাবৰ অনুমতি বিচৰাদি বিচাৰিলো। মানবেন্দ্ৰই কোনো গুৰুত্ব দিয়া যেন নালাগিল। আন কিছুমান প্ৰাসঙ্গিক আৰু অপ্ৰাসঙ্গিক প্ৰশ্নৰ অৱতাৰণাই মোক ব্যতিব্যস্ত কৰি তুলিলে। কিছুমান এনেকুৱা প্ৰশ্ন কৰিলে যিবোৰৰ পৰা মোৰ ধাৰণা হ'ল আমি সম্প্ৰতি যেন পৃথিৱীৰ কিছু বাহিৰত। আধুনিক বিজ্ঞানে সৃষ্টি কৰিব খোজা স্পেচ চিটিৰ এখন কৃত্ৰিম উদ্যানত আমি দুজন মানুহ অতি ওচৰা ওচৰিকৈ বহি আছো। পৃথিৱী নামৰ গ্ৰহটোৰ কথা সম্প্ৰতি কল্পনা কৰিব নোৱাৰা অৱস্থা এটা পাইছো। এটা ভয়ৰ ভাবে মোৰ মনৰ মাজত খোপনি পুটিলে। জিতেন্দ্ৰয়ো মোৰ দুৰ্ব্বলতাৰ কথা জানে বুলি এটা সন্দেহ উপজিল। এনেও হব পাৰে জিতেন্দ্ৰই মোৰ অজ্ঞাতে মোক সৰ্ব্বক্ষণ নিৰীক্ষণ কৰি আছে আৰু সমস্ত ঘটনাবলী বন্ধু প্ৰবৰ মানবেন্দ্ৰৰ লগত আলোচনা ক'ৰিছে। অথচ মই সকলো সুৰুঙা বন্ধ কৰিবলৈ যত্ন কৰিছিলো। কৃতকাৰ্য হোৱা বুলিও মই ধৰি লৈছিলো। মই যে তেওঁৰ এজনী শুদ্ধব্ৰতা সহধৰ্মিনী তাক বুজাবলৈ যত্নৰ কোনো ত্ৰুটি কৰা মনত নপৰে। সীমাৰ জন্ম কালৰে পৰা আৰম্ভ কৰি বৰ্ত্তমান সময়লৈকে মানবেন্দ্ৰৰ ডায়েৰী দেখি মই হতবাক হৈ গলো। মই বন্ধ কাৰাগাৰৰ এগৰাকী সমাজ আৰু ধৰ্ম্মদ্ৰোহী ক্ৰিমিনেলৰ দৰে মৌন হৈ গৈছো। এটা অব্যক্ত বেদনাৰ গধুৰ বোজা বহন কৰি বিহ্বল হৈছো। মই মূৰ্চ্ছা যোৱাৰ আগন্তুক ক্ষণত উপস্থিত হোৱা যেন অনুভৱ কৰিছো। হীৰক, কিশোৰ,

অবিনাশইঁতে মোৰ জীৱনটো ধ্বংস কৰি দিলে। কিশোৰময় অবিনাশী যৌৱন জ্বালাৰ অগ্নিময় উন্মাদনাৰ গহ্বৰত পতিতা হৈ যি বিষাক্ত হীৰা সেৱন কৰিলো সি যে এদিন মৃত্যুৰ বিভিষীকা হৈ দেখা দিব তাক মই কল্পনা কৰিব নোৱাৰিলো। মই আজি ক্লেদাক্ত আৰু অনুতপ্ত। এটা পঙ্কিলময় জীৱন য'ত মুক্তিৰ কোনো পথ নাই। সকলো পথ আজি মোৰ অবৰুদ্ধ। বহুবাৰ অকালমৃত্যু মই বৰণ কৰিছোঁ। পুনৰ্বাৰ মৃত্যুৱে মোক গছকি গ'ল। এই মৃত্যু মোৰ অপমৃত্যু আৰু স্বকল্পিত। উগ্ৰ কামনা বাসনাৰ এক নিচ বন্দিনীয়ে যাক প্ৰবঞ্চনা কৰিব খুজি জীয়াই থকাৰ মোহত অন্ধ হৈছিল সেই পাপাত্মাই আজি মোহমুক্ত হবলৈ আপ্ৰাণ যুদ্ধ কৰিব লগীয়াত পৰিছে। এটা ভুল জন্মক্ষণৰ পাপলগ্নত মোৰ স্থিতিয়ে পৃথিৱীৰ বতাহ পানী বিষাক্ত কৰিলে। এই বিষৰ জ্বালাত মই নিজেও অবগাহন কৰি যন্ত্ৰণাত শৰীৰ আৰু মন বিকল কৰিছো।

( ন )

মই এটা নিস্তব্ধ কোঠাৰ আচহুৱা পৰিবেশৰ মাজত কেতিয়া আৰু কেনেকৈ নিক্ষিপ্ত হলো একো মনত নপৰে। দিন ক্ষণ তিথি তাৰিখ আদিৰ মোৰ কোনো জ্ঞান নাই। মোৰ ওচৰলৈ এজনী সুশীলা নাৰী সময়ে সময়ে আহে। মুখত এটা মৃদু হাঁহি। মায়াৰ দৰে লাগে। ইমান মৰ্মকাতৰ এই হাঁহিটো। কোনো কথা নকয়। কিবা কিবি কাম কৰে আৰু আতৰি গুচি যায়। একোকে নোসোধে। কোনো পৰামৰ্শ নিদিয়ে। হাঁহি হাঁহি নাচি নাচি গুচি যায়। অশৰীৰিৰ দৰে লাগে। ইমান পাতল পাতল লাগে। মই কিবা প্ৰশ্ন কৰিব খোজো; কিন্তু কি সুধিব লাগে একো কব নোৱাৰো। একো মনত নপৰে। কেতিয়াবা কিবা মনত পৰিলে সুধিব খোজো; কিন্তু সুধিবলৈ সুবিধা পোৱা নাই। পিছলৈ মোৰ আৰু একো মনত নাথাকে।

মই বা ক'ত আছো, কিয় আছো। এটা নবজাত শিশুৰ দৰে কেৱল হাত ভৰি মাৰি লৰচৰ বা নিৰীক্ষণ কৰাৰ বাহিৰে মই একো ভাবিব নোৱাৰো। এটা বিকল অৱস্থা যেন লাগে। চেতনাবিহীন মাংসপিণ্ডৰ দৰে অনুভৱ কৰো। কেৱল পোহৰ অন্বেষণ কৰো। তাত কোনো অন্ধকাৰ নাই। কেৱল পোহৰ। দিন ৰাতি একাকাৰ যেন লাগে। ৰাতিও হব চাগে। দিনৰ ভাগ ইমান দীঘল।

মোৰ অলপ অলপ মনত পৰিব ধৰিছে। মানে মই বোধহয় মোৰ স্মৰণ শক্তি ঘুৰাই পাইছো। মোৰ ভালেমান কথা মনত পৰিছে। মনত পৰিছে মই মোৰ কণ্ঠবোধ কৰিব খোজা কোঠাটোত নাই। মোৰ কাষত সীমা, ভন্টি, ময়নাহঁত কোনো নাই। মোৰ মনত পৰিছে এটা সময়ত মোৰ মূৰটো আচন্দ্ৰায় কৰি দিছিল। মই কিজানি পৰি গৈছিলো। মই পৃথিৱীখন অন্ধকাৰ দেখিছিলো, তাৰ পাছত একো মনত নপৰে। মই বা কেনেকৈ এইখিনি পালো একো কব নোৱাৰো। এই কোঠাটো মই কেতিয়াও দেখা মনত নপৰে। কিজানি কোনো হাস্পাতালতে মই আছো। এবাৰ মানবেন্দ্ৰ আহা যেন লাগিছিল। সেই ধুনীয়া মহিলাগৰাকীৰ সৈতে মুখামুখিকৈ ঠিয় হৈ থকাৰ দৰে লাগিছিল। সেইজনী হয়তো কোনোবা নাৰ্চ হব পাৰে। মই কিন্তু কেতিয়াও দেখা মনত নপৰে। জিতেন্দ্ৰক মই এবাৰো দেখা নাই। সীমাহঁতকো এবাৰো দেখা পোৱা নাই। মোক বা কিয় ইমান অকলশৰীয়াকৈ ৰাখিছে। ঘৰৰ প্ৰাণী কেইটাৰ বা কি বেমেজালি ঘটিছে। মোৰ অবৰ্ত্তমানত কিজানি ঘৰখনৰ এটা বিৰাট আহুকাল হৈছে। জিতেন্দ্ৰ এবাৰ অহা হলে বৰ ভাল আছিল। মানুহজন কিজানি ঘৰখনৰ চিন্তাত অস্থিৰ হৈ পৰিছে। নাৰ্চজনীক মোক ঘৰত থৈ আহিবলৈ কম। জিতেন্দ্ৰকে নহলে আহিবলৈ খবৰ এটা দিব কব লাগিব। মোৰ আকৌ কথাবোৰ মনত নাথাকে। কিবা কব খুজিও পাহৰি যাও। এতিয়াবা দিনেই নে ৰাতিয়ে। নিয়ন লাইটটোৱে ৰাক দিন আৰু ৰাতিৰ পাৰ্থক্যখিনিক গ্ৰাস কৰি পেলাইছে নে কি? নাৰ্চজনীয়ে ঘৰৰ কিবা খবৰ জানিবও পাৰে।

মোৰ ওঁঠ দুটা শুকাই যোৱা যেন লাগিছে। মোৰ বা ভোকেই লাগিছে নে পিয়াহেই লাগিছে একো গম পোৱা নাই। মই যেতিয়া মূৰ ঘূৰাই পৰি গলো তেতিয়া বোধহয় মোৰ চেতনা নাছিল। মোৰ জ্ঞান ফিৰি নাহিলেই ভাল আছিল। করুণ জীৱন এটাৰ অৱসান হলহেতেন। আৰ্ত্তনাদ ভৰা এখন হৃদয় লৈ বাচি থকাৰ বা বাচিবলৈ সংগ্ৰাম কৰাৰ মোৰ আৰু ধৈৰ্য্য নাই, সাহসো নাই। ভোগ, ঐশ্বৰ্য্য খ্যাতি আৰু প্ৰতিষ্ঠাৰ ৰূপ কল্পনা কৰি আৰু তাৰ প্ৰকৃত অৰ্থক বিকৃত কৰি জীয়াই থকাৰ বাসনা যে পাপ বাসনা সেই কথা বুজিবলৈ মোৰ বহুত দিন লাগিল। ভোগৰ জৰীয়তে জীৱন সম্পূৰ্ণ কৰিবলৈ গৈ কেৱল পাপকে গ্ৰহণ কৰা নাই, ভগৱানৰ পৰাও মই বিতাৰিত হৈ গৈছো। অসহিষ্ণু মনৰ অলব্ধ প্ৰাপ্তিৰ উদগ্ৰ কামনাই মোক কেৱল দুৰ্ব্বল আৰু দীন কৰিয়েই এৰা নাই মোক কলুষো কৰিলে। মোৰ জ্ঞানোদয় নহল বা জ্ঞান উদয় হোৱাৰ কাৰণে কোনো শুভ-বুদ্ধিৰ উদ্ৰেক নহ'ল। মায়াত আসক্ত হৈ প্ৰকৃত কৰ্ম্মৰ পৰা বিৰত থাকিলো আৰু অপ্ৰকৃত কামকে জীৱনৰ সৰ্ব্বস্ব বুলি ভাবি হীনাৱস্থা প্ৰাপ্ত হলো। মোৰ আৰু জীয়াই থকাৰ কি মূল্য থাকিব পাৰে? জীয়াই থাকিলেও মোৰ দ্বাৰা কোনো সৎকাম সম্পাদিত হব নোৱাৰে। অসৎ প্ৰবৃত্তিয়ে মোৰ চৰিত্ৰৰ ওপৰত, মোৰ মানসিকতাৰ ওপৰত এটা অধিকাৰ সাব্যস্ত কৰিছে আৰু লাহে লাহে মজ্জাগত হৈছে। চেষ্টাৰ দ্বাৰা ইয়াৰ পৰিবৰ্ত্তন সম্ভৱ নহবও পাৰে। সেই কাৰণে মোৰ মৃত্যুৱেই শ্ৰেয়। মোৰ মৃত্যুৱে প্ৰত্যক্ষ বা পৰোক্ষভাবে সমাজৰ অধঃপতন ৰহিত হোৱাত সহায় কৰিব। আজি মই মৰিও নমৰিলো। মোৰ জীৱনৰ শেষ বিচাৰ হয়তো হবলৈ আৰু বাকী আছে।

মোৰ খুব দুৰ্ব্বল লাগিছে। মোৰ ভিতৰৰ কোনোবাখিনিত মই এটা অস্থিৰতা অনুভৱ কৰিছো। মই যেন কাৰবাক কাষত পাবলৈ বিচাৰিছো। মোৰ ভয় লাগিছে। মই বাচি নাথাকিম বুলি ভীতিগ্ৰস্ত হৈছো। মৃত্যুৰ আগমুহূৰ্ত্তত মোৰ সমস্ত পাপ কাহিনী একনক কৈ যাব লাগিব। নহলে মোৰ প্ৰাণবায়ু কলঙ্কিত দেহৰ পৰা বাহিৰ নহব।

মই আজি অনুভব কৰিছোঁ মোৰ মাংসপিণ্ডই সৰ্ব্বনাশৰ মূল। এই পাপময় শৰীৰ আচ্ছাদনৰ মাজত লুকাই থকা এটা বিষাক্ত মনে মোৰ সৰ্ব্বনাশ কৰিলে। মোৰ মৃত্যুৰ সময়ত জিতেন্দ্ৰক এবাৰ লগ পাই যাব নোৱাৰিলে, মোৰ মনৰ কথাখিনি কৈ যাব নোৱাৰিলে মানুহ-জনৰ প্ৰতি ঘোৰ অন্যায় কৰা হব। মোৰ এটা দুখ থাকি যাব। মানুহজনে মোক ঘৃণা কৰিয়ে হয়তো কাষ চাপিব খোজা নাই। তেওঁৰ সিদ্ধান্ত হয়তো ঠিকেই হৈছে। তেওঁ মোৰ একেবাৰে কাষত থকা ঠিক নহব। তেওঁৰ কাৰণেই ক্ষতিকাৰক হব। মোৰ পাপে তেওঁক স্পৰ্শ কৰিব। হয়তো ইতিমধ্যে তেওঁৰ গাত মোৰ পাপৰ প্ৰভাব কিছুমান পৰিছেই। হলেও ইমানদিনৰ সাহচৰ্য্যই মোক আজি খুব দুৰ্ব্বল কৰিছে। এবাৰ মাত্ৰ চৰণ দুখনত ধৰি ক্ষমা বিচাৰিব পাৰিলে কিজানি মোৰ মনটোৱে শান্তি পালেহেঁতেন। এই মৃত্যুৰ আগে আগে তেওঁক তেনেহলে মোৰ আৰু দেখা কৰা সম্ভব নহল। ছোৱালী কেইজনীৰ মুখ কেইখন এবাৰ চাই যাব পাৰিলে অলপমান শান্তি পালোহেঁতেন। কিয়বা ইহঁতকেইটাই ইমান অভিমান কৰিলে। নাই ইহঁত কেইটা কোনো আহিব নালাগে। আহিলে মৰণকালত মোৰ কিজানি পৃথিৱীৰ প্ৰতি এটা মায়া কৰবাত অশৰীৰি হিচাবে ৰৈ যাব। এই মায়াৰ ভূতে ইহঁতৰ জীৱনত কিবা প্ৰতিক্ৰিয়া কৰিব পাৰে। মই কাৰবাক কৈ যাব লাগিব। মোৰ সমস্ত পাপ কাহিনী মানবেন্দ্ৰকে কৈ যাম। কাৰণ মানবেন্দ্ৰ জিতেন্দ্ৰৰ সৎ বন্ধু। মানবেন্দ্ৰই হয়তো বিপদকালত এই নিষ্কলুষ প্ৰাণীকেইটাক শান্তনা দিব পাৰিব। মানবেন্দ্ৰক মই এটা অনুৰোধ কৰি যাম। এজন নিষ্পাপ স্বামীক জীৱনব্যাপি প্ৰতাৰণা কৰাৰ যি অপৰাধ সেই অপৰাধ যেন জিতেন্দ্ৰই মৃত্যুৰ আগে আগে ক্ষমা কৰি দিয়ে। মোৰ আৰু কোনো কামনা নাই। মোৰ কোনো সুখ আৰু সমৃদ্ধিৰ কল্পনা নাই। মোৰ কোনো প্ৰতিষ্ঠাৰ সঙ্কল্প নাই। মোৰ আজি কোনো ক্ষোভ আৰু ক্ৰোধ নাই। মই ভবিষ্যতৰ কোনো ৰঙীন সপোনৰ কথা ভবা নাই। এই পৃথিৱীৰ হেজাৰ বিষাক্ত কীটৰ দৰে মোৰো জন্ম হৈছিল। সুন্দৰ পৃথিৱীৰ

মনমোহা ফুলনিৰ মাজত এটা বিষেৰে ভৰা সুন্দৰ ফুলৰ সৃষ্টি কৰিছিল ভগৱানৰ এক খেয়ালী মনে। এই ফুলৰ বিষ যন্ত্ৰণাত জৰ্জৰিত এটা সবল প্ৰাণে জীৱনৰ তং হেৰুৱালে। হে ভগৱান তুমি মোক প্ৰথমে অন্ধ কৰি দিয়া। মোক মুক কৰি দিয়া, ৰুদ্ধবাক কৰি দিয়া। জ্ঞানশূন্য এটা শিলাখণ্ডত পৰিণত কৰা। মোক সকলো সুখৰ অনুভূতিৰ পৰা বঞ্চিত কৰা। মোৰ কাৰণে আজি মৃত্যু শ্ৰেয় আৰু এই মৃত্যু যেন মোৰ শেষ মৃত্যু হয়।

নাৰ্চজনী অহা মই গম পাওঁ। এটা ইনজেক্‌চন দিয়ালৈকে মোৰ সম্পূৰ্ণ জ্ঞান আছে। বাৰে বাৰে ওঠ দুটা শুকাই যোৱাৰ দৰে লাগিছে। শৰীৰত মোৰ বল নাইকিয়া হোৱাৰ দৰে লাগিছে। মই বাগৰ সলাবলৈ যত্ন কৰিও যে পৰা নাই সেই কথা মোৰ মনত পৰে। মোৰ মুখখন তলমুৱাকৈ ৰাখিবৰ কাৰণে, কোনেও দেখা নোপোৱা কৰিবলৈ আপ্ৰাণ চেষ্টা কৰাৰ কথা মনত পৰে। এটা জৰাজীৰ্ণ শৰীৰ। আবেগ বা অনুভূতি ৰহিত এটা বিকল মন। মোৰ আৰু একো মনত নপৰে। এটা অবশ শৰীৰ লৈ পৰি আছো এটা ঘুৰ্ঘোৰ অন্ধকাৰ কোঠাত। ক্ৰমে ক্ৰমে মই এটা মন আৰু শৰীৰ বিহীন অৱস্থা প্ৰাপ্ত হৈছো। মই এটা মৃতকৰ ছাঁলৈকে ৰূপান্তৰিত হৈছোঁ। মোৰ শৰীৰ এটা শীৰ্ণকায় জোকাত পৰিণত হৈছে। মই এটা নৰ কঙ্কাললৈকে পৰিবৰ্ত্তিত হৈছো। লাহে লাহে মই পাৰ্থিৱ মায়াৰ বন্ধন চিঙি যন্ত্ৰণাৰ আকৰ এই পৃথিৱীৰ পৰা বৰ্হিভূত হবলৈ যত্ন কৰিছো। এটা অচিনাকী অৱস্থা। এটা আনন্দ বা নিৰানন্দ বিহীন অৱস্থা। জ্ঞাতত সাৰে ভৱিত সাৰে অথচ অজ্ঞাতসাৰে মই এটা পথ বিচাৰিছো। মই কোনো পথৰ সন্ধান পোৱা নাই। মই আবদ্ধ। বাৰে বাৰে যত্ন কৰিও মই কোনো বাট বিচাৰি পোৱা নাই। এটা ছাঁয়া মোৰ কাষ চাপি অহা যেন মই দেখিবলৈ পাইছো। মই চিঞৰি দিব খুজিছো কিন্তু পৰা নাই। মই ভয় খাইছো, কিন্তু পলাব পৰা নাই। মই প্ৰাণৰ এটা অস্ফুট হাহাকাৰ শুনিছো, কিন্তু কিহৰ বাবে ধৰিব পৰা নাই। মই কঁপি কঁপি সিয়ঁৰি উঠিছো কিন্তু প্ৰকাশৰ

কাৰণে হতবুদ্ধি হৈছো। লাহে লাহে ছাঁয়াটো আৰু কাষ চাপি আহিছে। ঠিয় হৈছে নিচেই কাষতে। মই স্থিৰ হবলৈ যত্ন কৰিছো। সতৃষ্ণ নয়নেৰে ছাঁয়াটোলৈ চাই মই উত্তেজিত হৈছো। মই হুকহুকাই কান্দি দিছো। মই বাউলী হৈছো। মই ভাৰসাম্য হেৰুৱাই কাতৰ মিনতি কৰিছো। ছাঁটোক আঁতৰি যাবলৈ মোৰ চকুৰ ভাষাৰে ইঙ্গিত দিছো। ছাঁটো কিন্তু মোৰ কাষতে কৰুণাৰে ভৰা এটি মধুৰ ভঙ্গিমাত স্তব্ধ হৈ বৈ গৈছে। কিবা ব্যক্ত কৰিব খুজিও কৰিব পৰা নাই। নয়নৰ করুণ অশ্ৰুধাৰা নিগৰি তেওঁৰ দুগালেদি বৈ গৈছে। এখন অতীৰ হৃদয় বিদাৰক প্ৰাণস্পৰ্শী ছবি। দুৰ্বিসহ জ্বালাৰ এক অসহনীয় বেদনা। মই সহ্য কৰিব পৰা নাই। অথচ এয়া বা কিহৰ জ্বালা, কিহৰ বেদনা মই বুজিব পৰা নাই। কাৰ কাৰণে বা এই ক্ষুধিত প্ৰাণত মুক হাহাকাৰ। কোনে বা তেওঁৰ হৃদয়ত অগনি জ্বলালে। কান্দি কান্দি আৰু কান্দিব নোৱাৰা এটা অৱস্থাত ছাঁটো বিছু প্ৰকৃতিস্থ হোৱা যেন লাগিল। ছাঁটো মোৰ নিচেই কাষতে বহি পৰিল। মই অলপ আতৰি দিব খুজিও আতৰি যাব পৰা নাই। ছাঁটোৰ এখন হাত মোৰ গণ্ডদেশত স্থাপন কৰিলে। সমবেদনাত সামান্যভাবে মই বিচলিত বোধ কৰিলো। অলপ পাছতে মই যেন কিছু স্থিৰ হলো। ছাঁটোৱে মোক কাষলৈ আকৰ্ষণ কৰা যেন লাগিল। মোৰ ভাল লগা যেন অনুভব হ'ল। লাহে লাহে এই আকৰ্ষণ অতি মধুৰ যেন লাগিল। এক অবৰ্ণনীয় অপাৰ্থিব অনুভুতিৰ দ্বাৰা মই হিল্লোলিত হোৱা যেন পালো। লাহে লাহে ছাঁটো প্ৰকৃতিস্থ হোৱা যেন লাগিল। ছাঁটোৱে এটা বিচিত্ৰ বৰ্ণনা আৰম্ভ কৰিছে। এটা অদ্ভুত বা অলৌকিক বৰ্ণনা। মই আচৰিত হলো। মই অভিভূত হলো। মই ধন্য হৈ পৰিলো। অবিশ্বাস্য এক অতি মানবীয় কৰুণা, যাৰ কোনো তুলনা নাই।

"এটা ভুল লগ্নত দুটা প্ৰাণীৰ সৃষ্টি হৈছিল আৰু হৈছিল সৃষ্টি কৰ্তাৰ নিজ পৰিকল্পনাৰেই। তাৰ পাছত কঠিন পৰীক্ষা এটাৰ পাছত এটাকৈ আৰম্ভ হৈছিল। সুদীৰ্ঘদিন ধৰি এখন তুমুল সংগ্ৰাম। এক অন্তহীন সংগ্ৰাম"।

তাৰ পাছত অসহনীয় মৌনতা। কোনো কথা নাই। মাথোন এটা অপলক দৃষ্টি। এটা সুতীক্ষ্ম অথচ ভয়ানক করুণ দৃষ্টি। অন্তৰৰ তীব্র বেদনাবোৰ চকুৰ মণিত একত্রিত হৈ ৰচনা কৰিছে এক অদ্ভুত কৌতুহল। এটা সর্ব্বস্বহীন আত্মাৰ করুণ ক্রন্দনৰ ধ্বনিয়ে মৌন এক গভীৰ এন্ধাৰে আবৰা কোঠাৰ বায়ুমণ্ডল কম্পিত কৰি তুলিছে। বায়ুৰ কণিকাবোৰৰ এখন তুমুল সংগ্রাম, বিষন্ন আৰু অস্থিৰ। গভীৰ এন্ধাৰ আৰু গাঢতৰ হোৱা যেন অনুমান হ'ল। এটা নির্ব্বাক স্থবিৰতা লাহে লাহে জঠৰ হৈ যোৱা যেন লাগিল। শীর্ণকায় নৰ কঙ্কালে চেষ্টা কৰিও এটা জীৱন্ত অৱস্থাৰ সৃষ্টি কৰিবলৈ ব্যর্থ হৈছে। তাৰ পাছত এটা মৃদু কম্পন। এটা সিহঁৰণ, ঢৌ খেলি খেলি আগ বাঢ়িল।

"দুটি প্রাণে ৰচনা কৰিবলৈ বিচাৰিছিল এখন অভিন্ন হৃদয় আৰু ৰাখিব খুজিছিল তাৰ স্বাক্ষৰ এটা সুস্পষ্ট ছাপত। হাৰি গ'ল। পৰাভূত হৈ পৰাজিত হ'ল। বস্তুতবাৰ। অথচ সমস্ত দেহমন আৰু শক্তি প্রয়োগ কৰিবলৈ যত্নৰ কোনো ত্রুটি কৰা হোৱা নাছিল। এটা হতাশাৰ ভাবে মনক বাৰে বাৰে কঁপাই তুলিছিল। আতঙ্কিত কৰিছিল। বিষাদগ্রস্ত আৰু শেষত বিকাৰগ্রস্ত কৰিছিল। এটা প্রাণোৰস্ত নিষ্পাপ মন সঙ্কুচিত হৈ ব্যথাৰে বিহ্বল হৈছিল। ভাৰসাম্য হেৰুৱাই মানসিকভাবে জুৰুলা হৈছিল। ভুল কৰিছিল বাৰে বাৰে আৰু শেষত উন্মাদ হৈছিল অন্তর্দহনৰ অসহ্য যন্ত্রণাত। এই দৃশ্য অতি সকৰুণ আৰু হৃদয় বিদাৰক। প্রতিকাৰৰ ব্যৱস্থাৰ কাৰণে মানসিকভাৱে ক্লান্ত, অৱসন্ন। প্রতাৰকৰ ভূমিকা গ্রহণ কৰা যেন লাগিছিল অথচ এয়া সম্পূর্ণৰূপে মোৰ জ্ঞানৰ বাহিৰত। প্রাক্‌বৈবাহিক কালত কোনো পৰীক্ষাৰ সন্মুখীন হোৱাৰ প্রয়োজন নাছিল। বিবাহিত জীৱনৰ প্রতিটো দিন আৰু জড়িত আটাইবোৰ ঘটনাৰ কথা মোৰ সুস্পষ্টকৈ মনত পৰে। কাকো দায়ী কৰিব নোৱাৰো। দায়ী এটা অজ্ঞকণ আৰু ভাগ্য"।

মৃত্যুৰ দৰে নীৰৱ কণ কেইটামান অতীত হৈছিল। বতাহৰ অণুৰণিত

নিনাদিত হৈছিল এটা উন্মাদে ভৰা গধূৰ হুমুনিয়াহ। তাৰ পাছত ..

"এপাহি নিষ্পাপ ফুলৰ পাপৰি শঙ্কিত হৈছিল। ব্যথাৰ তীব্ৰতাত ক্ষত বিক্ষত হৈছিল। লাহে লাহে ৰূপ আৰু ৰং সলাইছিল। গোলাপী ৰং নিশেষ হৈ নীলা আৰু শেষত বিষ যেন লগা ক'লা হৈছিল। আক্ৰান্ত হৈছিল এটা দুৰাৰোগ্য ৰোগত। ৰোগৰ কাৰণবোৰ অন্বেষণ কৰা হৈছিল। ৰোগৰ প্ৰতিক্ৰিয়াবোৰ এটা এটাকৈ মোৰ চকুৰ আগত বিভীষিকাময় হৈ উঠিছিল। একোটা দানবৰ ৰূপ লৈ মোক আক্ৰমণ কৰিবলৈ উদ্যত হৈছিল। দানবৰ অভ্যুত্থানক মই পৰাজিত কৰাৰ বাবে কৃতসঙ্কল্প হবলৈ বাধ্য হৈছিলো। অৱতীৰ্ণ হব লগাত পৰিছিল অন্তহীন পৰীক্ষাৰ সংগ্ৰামত। পৌৰষহীনতাই মোক দুৰ্ব্বল কৰিছিল। জীৱন্তে মই মৃত অনুভৱ কৰিবলৈ বাধ্য হৈছিলো। অথচ জীয়াই থকাৰ, মানুহৰ দৰে বাচি থকাৰ মোৰ এটা দুৰ্ব্বাৰ আকাঙ্খা আছিল। মই যুদ্ধত প্ৰবৃত্ত হবলৈ বাধ্য হৈছিলো। এজনৰ নহয় দুজনৰ ৰোগ নিৰাময়ৰ কাৰণে সংগ্ৰাম মোৰ একমাত্ৰ পথ আছিল। এজনে অন্তৰে অন্তৰে জ্বলি যেনেকৈ মৃত্যু শ্ৰেয় বুলি গণ্য কৰিছিল আন এজনে জীয়াই থকাৰ উন্মাদনাত মানবীয় চেতনা হেৰুৱাই এটা পঙ্কিলময় জীৱনত ব্ৰতী হৈছিল। ফল স্বৰূপে অমাৰ্জনীয় দ্ৰোহ আচৰণ কৰিছিল। পৃথিৱীৰ মাতৃজাতিক কলঙ্কিত কৰিছিল। অবৈধ সন্তানবোৰ একে একে সমাজলৈ নামি আহিছিল পিতৃ পৰিচয় বিহীন হৈ। মোৰ জীৱনৰ এই সময়চোৱা কঠিন পৰীক্ষা আছিল"।

"এবছৰ নহয়, দুবছৰ নহয়, আজি বাৰ বছৰ ধৰি কৰা এখন বিৰাট যুদ্ধৰ অৱসান ঘটিল। ব্যক্তিগত জীৱনৰ সুখ দুঃখৰ কাৰণ বিচাৰ কৰিবৰ কাৰণেই পৃথিৱীত অনেক সময়ত বিজ্ঞানীয়ে সমগ্ৰ মানবজাতিৰ মঙ্গলৰ বাবে একোটা অবিশ্বাস্য আবিষ্কাৰ কৰিবলৈ সক্ষম হয়। নিষ্ঠা আৰু ধৈৰ্য্যৰ সহায়ত মানুহে বহুতো অসাধ্য সাধন কৰিছে"।

"মোৰ আজি নতুন জীৱন লাভ হৈছে। আৰু এই নবজন্মৰ

মূল নায়িকা তুমি, জিতা। তুমি মোৰ কাৰণে সঁচাকৈয়ে অপৰাজিতা। তোমাৰ ওচৰত মই ধৰুৱা হৈ গলো আৰু কৃতজ্ঞ হৈ ৰলো। তুমি মোৰ জীৱনৰ সকলো। মোক তুমি ক্ষমা কৰিবা। এয়া মই নিজে কৰা প্ৰতাৰণা নহয়। এয়া মোৰ জন্মলগ্নৰ ফল। ইয়াত মোৰ কোনো হাত নাছিল আৰু কোনো কুঅভিপ্ৰায়ো নাছিল। আৰু সেই কাৰণেই অপেক্ষা কৰিব লগীয়া হৈছে সুদীৰ্ঘ বাৰ বছৰ। এটা যুগ"।

মৃতপ্ৰায়, চেতনাবিহীন নৰকঙ্কালৰ ভিতৰত এটা মনৰ সৃষ্টি হ'ল। 'জিতা' শব্দৰ ধ্বনিত মনটো সচকিত হৈ উঠিল। এটা স্পন্দন অনুভৱ কৰিলে। অলপ বিহ্বল হৈ পৰিল। নিচেই গাতে থকা ছাঁটোক মৃদু আকৰ্ষণ কৰিবলৈ যত্ন কৰিলে। অথচ উঠিব নোৱাৰি কাতৰ হৈ পৰিল। গভীৰ এন্ধাৰৰ মাজত এটা পোহৰৰ শিখা জ্বলি থকা যেন দেখিলে। ছাঁটোৱে কাষ চাপি আহিল। খুব কাষলৈ। মাজত কোনো ব্যৱধান নাই। নৰ কঙ্কালৰূপী জিতাই কিছু সম্বিত ঘূৰাই পালে। অনুভৱ কৰিলে তেওঁৰ মূৰটো কাৰোবাৰ কোলাত। তেওঁৰ কপালত এটা মৃদু চুম্বন আঁকি দিয়া অনুভৱ কৰিলে। আৰু অলপ বিচলিত হৈ পৰিল। তেওঁৰ চুলিৰ মাজত কাৰোবাৰ মৃদু পৰশ। কপালৰ ওপৰত উষ্ণ লোতকৰ ধাৰ। নৰ কঙ্কাল আকৌ এবাৰ সিঁয়ৰি উঠিল। লাজ আৰু ভয়ত। ধৰা পৰি যোৱাৰ ভয়ত অস্থিৰ হৈ পৰিল। অনুশোচনাত মনটো ডুবি গ'ল। গ্লানিৰ ভয়ত অন্ধকাৰ কোঠা আৰু অন্ধকাৰ হোৱাৰ কামনা কৰিলে। মৃত্যু কামনা কৰিলে। বাচি থকাৰ মোহ পাহৰিবলৈ চেষ্টা কৰি ক্লান্ত আৰু অৱশ হৈ পৰিল। এই সান্নিধ্যৰ এটা অৰ্থ নিৰূপণ কৰিবলৈ চেষ্টা কৰি বিফল হৈ গ'ল। এটা ছলনাৰ সৈতে মুখামুখী হোৱা যেন লাগিল। ৰোগৰ প্ৰতিক্ৰিয়াবোৰে এটা এটা বিভীষিকাৰ ৰূপ লৈ কাৰবাক দংশন কৰিছিল। বাৰে বাৰে ভুল কৰি, কুপথচাৰিণী হৈ সমস্ত মাতৃ জাতিক কলঙ্কিত কৰিছিল। কাৰ কথা কৈছে? কোনে কৈছে? হে ভগৱান, মই কাতৰকৈ মাতিছো। মোক মৃত্যু দণ্ড দিয়া। মাতৃ হৈ বাচি থকাৰ অধিকাৰ মোৰ লোপ

হৈছে। পিতৃ পৰিচয়বিহীন সন্তান। কাৰ কথা কৈছে? লাহে লাহে মোৰ মনত পৰিছে। মই এটা অচিনাকী পৰিবেশত আছিলো। এজনী চিনি নোপোৱা পৰিচাৰিকাই মাজে সময়ে মোক কিবা খুৱাই দিছিল। বোধহয় দৰব। ইনজেক্‌চন এটা দিয়া মোৰ মনত পৰিল। এই পৃথিৱীৰ বুকুলৈ তেনেহলে আৰু এজন পিতৃ পৰিচয়বিহীন আহিল। কিন্তু প্ৰসব বেদনাৰ যন্ত্ৰণা মোৰ মনত পৰা নাই। মই এই আগন্তুকৰ মুখেই দেখা নাই। মোৰ জৰীয়তে মাতৃ কলঙ্ক নমোৱাৰ ভয়ত তেনেহলে এই নবজাতকক মোৰ পৰা লুকুৱাই ৰাখিছে। কিন্তু এই সন্তানৰ মই গৰ্ভধাৰিণী মাতৃ। মোৰ দেখাৰ বা যত্ন লোৱাৰ দায়িত্ব আছে। মই মাতৃ হিচাবে গৰবিনী। মোৰ কামনা নিশ্চয় বাস্তৱত ৰূপায়িত হৈছে। ভগবানে নিশ্চয় মোৰ প্ৰাৰ্থনা মঞ্জুৰ কৰিছে। মোৰ অভিপ্ৰেত ফল নিশ্চয় বাঞ্ছিত ফল হৈছে। মোৰ মাতৃকোলা ভৰাবলৈ নিশ্চয় এটা পুত্ৰ সন্তান লাভ হৈছে। মই তাক মানুহ কৰিব লাগিব। মই তাক প্ৰাণ দি প্ৰতিষ্ঠা কৰিব লাগিব। মোৰ পৰা কিয় বা আঁতৰ কৰি ৰাখিছে? তাক বাৰু হত্যা কৰা হৈছে নেকি? এটা ষড়যন্ত্ৰ যেন লাগিছে।

"এটা দুৰ্বিসহ অধ্যায় শেষ হোৱাৰ পাছত মই আকৌ নতুন আশাৰ ৰং দেখিছো। মই বাচি থকাৰ অৰ্থ বিচাৰি পাইছো। মই বাচিবই লাগিব। মোক বাচি থাকিবলৈ তুমিয়েই প্ৰেৰণা দিছা। তুমি মোক ধন্য কৰিছা। মোৰ দৰে হেজাৰ জনক তুমি ৰোগমুক্ত কৰিছা। তুমি কেৱল তোমাকেই ধন্য কৰা নাই। মানৱ জীৱনৰ এটা দিশত তোমাৰ অবদান হয়তো কোনেও উপলব্ধি কৰিবলৈ সুযোগ নাপাব। কিন্তু মই তাৰ এজন সাক্ষী, এজন প্ৰত্যক্ষদৰ্শী। মই গোটেই পৃথিৱীকে চিঞৰি চিঞৰি কৈ দিব পাৰিম যে এটা আপুৰুগীয়া আবিষ্কাৰৰ মূল নায়িকা তুমি। তোমাক মই তোষামোদ কৰা নাই জিতু। এয়া সত্য। তোমাৰ ওচৰত মই যি ধৰণে কৃতজ্ঞ ঠিক একে ধৰণে আন এজন অক্লান্ত কৰ্মীৰ ওচৰতো চিৰজীৱন কৃতজ্ঞ।

সৎ বন্ধুৰ উদাহৰণ বহুতো আছে, কিন্তু এনে বন্ধু বহু সাধনাৰ মূৰত লাভ হয়। মহা পুণ্যৰ সঞ্চয়ৰ কাৰণেই এই বন্ধু লাভ হৈছে। তেওঁ মোৰ, তোমাৰ আৰু পৃথিৱীৰ হেজাৰ জনৰ পৰম বন্ধু। তেওঁ কেৱল এটা সময়ৰ বন্ধু নহয়। তেওঁ মোৰ ইহকাল আৰু পৰকালৰো বন্ধু। এজন অকৃত্ৰিম বন্ধু। মোক আৰু তোমাক নতুনকৈ বাচিবলৈ তেওঁৰ যি ত্যাগ সেই ত্যাগৰ কথা মই কোনোদিন পাহৰিব নোৱাৰিম। পৃথিৱীয়েও তেওঁক কোনোদিন পাহৰিব নোৱাৰে, চন্দ্ৰ সূৰ্য থাকেমানে।

"তোমাৰ মনৰ কামনা পূৰ্ণ হব জিতা। তুমি তোমাৰ পৰিকল্পনা বাস্তৱত ৰূপায়িত কৰিবৰ কাৰণে মই তোমাক সহায় কৰিব পাৰিম। তোমাৰ নামৰ অৰ্থ বিচাৰি পোৱাত কোনো অসুবিধা নহব। তোমাৰ বেদনাৰ অন্ত পৰিব। তুমি জয়ী হৈছা"।

"তুমি মোৰ মনোবলক দৃঢ়তৰ কৰিছা। মই আৰোগ্য লাভ কৰিছোঁ। জননশক্তিহীনতা ৰোগৰ পৰা মই পৰিত্ৰাণ পাইছো। বাৰে বাৰে কৰা অস্ত্ৰোপচাৰ আৰু প্ৰয়োজনীয় ধৃতিৰে মই পুৰুষত্ব লাভ কৰিবলৈ সক্ষম হৈছো। তোমাক উদ্ধাৰ কৰিবলৈ মই আজি প্ৰয়োজনীয় শক্তি ফিৰাই পাইছো। তোমাক মই সকলো প্ৰকাৰে সহায় কৰিব পাৰিম। তুমি ভাল হৈ যাবা। তুমি ৰোগমুক্ত হবা। পৃথিৱীৰ ইমানবোৰ ৰঙে তোমাক আকৌ ৰঙীন কৰি তুলিব। তুমি পৃথিৱীৰ ৰঙৰ লগত তোমাৰ মনৰ ৰং মিলাই লবলৈ আৰু এখন নতুন ঘৰ তৈয়াৰ কৰিবলৈ মনে বিচৰা সকলো পাবা। সীমা ভক্তি ময়না বীণা মীনাৰ লগত ৰূপ আৰু অপৰূপইঁতৰ লগ লাগি এখন ৰঙীন ফুলৰ উদ্যান তৈয়াৰ হব। তুমি তাৰ মালিনী হবা। মই সেই ফুলৰ ৰং ৰূপ আৰু সৌৰভেৰে জীৱনটো বোলাই লৈ বিগত দিনৰ ক্লান্তিবোৰ পাহৰি যাম। আমি ফুলেৰে ভৰা এখন নতুন পৃথিৱীৰ নতুন বাসিন্দা হম। আমাৰ কোনো বেদনা নাথাকিব, কোনো ক্লেশ নাথাকিব। তাত কেৱল আনন্দ বিৰাজ কৰিব। পুণ্য জন্মৰ শুভ লগ্নত আমি দুয়ো আজি সন্নিকটম স্থানত। কোনো ব্যৱধান নাই। কাষে কাষে

মোৰ গাত ভৰ দি উঠি বহা। চোৱা গোটেই কোঠাটো পোহৰত কেনেকৈ উদ্দীপ্ত হৈছে। কিমান পোহৰ। এই পোহৰে আমাৰ জীৱনৰ নতুন আলোক হব। এই পোহৰত আমি পৰস্পৰে পৰস্পৰক চিনি পোৱাত কোনো কষ্ট নহব। মই তোমাৰ ভাৰ বহন কৰি আগবাঢ়িব পাৰিম। উঠা, আমাৰ কাৰণে জীৱন বন্ধু মানবেন্দ্ৰ, প্ৰেৰণাৰ আন এটি উৎস প্ৰণীতা, সীমা ভণ্টি ময়না আৰু নাৰ্চজনীৰে সৈতে বীণা আৰু মীনা সকলো বাহিৰতে ৰৈ আছে এটা শুভ লগ্ন ৰচনা কৰি"।

সমাপ্ত